UKA ETI MON : a collection of short stories written in Assamese by Shri Umakanta Sarma and published by Shri Pranab Kumar Sarma, Radha Prakashan, Rehabari, Gauhati.

First Published : 1978. Price Rs. 9·00 only.

প্ৰকাশক : ৰাধা প্ৰকাশন
ৰিহাবাৰী, গুৱাহাটী-৭৮১০০৮

প্ৰথম প্ৰকাশ : ১৯৭৮

মূল্য : ৯·০০ টকা মাত্ৰ

ছপাশাল : পূৰ্বদেশ মুদ্ৰণ
ৰিহাবাৰী, গুৱাহাটী-৭৮১০০৮

## সূচীপত্ৰ



ইয়াৰ ভিতৰৰ দুটা গল্প বহুকাল পূৰ্বে লিখা।

এই লেখকৰ আন কিতাপসমূহ

শেষ পতাকা ( নাটক )

কাব্যভূমি ( সমালোচনা গ্ৰন্থ )

ঘূৰণীয়া পৃথিৱীৰ বেঁকাপথ ( গল্পাৱলী )

উৰন্ত মেঘৰ ছাঁ ( উপন্যাস )

ছিমছাওৰ দুটা পাৰ ( উপন্যাস )

ৰঙা ৰঙা তেজ ( উপন্যাস )

# জিৰণীয়া মৌ

এনেকুৱা অপমান মেনকাই জীৱনত কোনোদিন পোৱা নাছিল। তথাপিও সেই অপমানকো চেৰ পেলাই জাগি উঠিছিল তাইৰ ভয়, এটা দাৰুণ উদ্বেগ। তাইৰ ক্ষোভ নাই, প্ৰতিহিংসাৰ জ্বালা নাই। তাইৰ লাঞ্ছিত ভীৰু মনটোৱে কেৱল সেহাই থাকে। আৰু আচলতে অপমান উপলব্ধি কৰাৰ ক্ষমতাই বোধহয় তাইৰ হেৰাই গৈছে। তাইৰ কেৱল ভয় লাগে। আত্মৰক্ষাৰ্থী এটা দুৰ্ব্বল পশুৰ দৰে চমকি উঠি তাই স্তব্ধ হয়।

সেই নিস্তব্ধ ঘৰটোত তাই থিয় হৈ থাকে, দবাপিটা ৰৰঘুণত তিতা এটা পানী-কোটৰ দৰে। তাই কেৱল দেখা পায়, তাইৰ বিছনাখনতে পৰি থকা দুখন নতুন পাঁচটকীয়া নোট, আৰু তাইৰ ককায়েকৰ সেঁতা চলচলীয়া দুটা চকু। আৰু তেতিয়াও তাইৰ কাণত বাজি থাকে কেপ্টেইন হাছানৰ নতুন বুট জোৰাৰ শব্দ। বেঁলৰ ঘোৰা বিলাকে দৌৰোতে কলিজাৰ পৰা ওলোৱা শব্দলৈ তাইৰ মনত পৰে। কিন্তু মেনকাই জানিছিল এনেকুৱা কিবা এটা ঘটনা এদিনাখন ঘটিব।

সিহঁতৰ ঘৰৰ ওচৰত মিলিটাৰী কেম্পটো বহাৰ সাতদিনৰ পাছতেই তাইৰ অকণমান ভায়েক জোনে হাঁহি হাঁহি তাইক কৈছিল,—

জান বাইটী, সেই কেম্পৰ চাহাবজনে খুব মৰম কৰে মোক। তোকো মৰম কৰে। কেলেই তই জানো দেখা নাই—

মেনকাই তাক ধমক্ দিছিল—

কেলেই যায় তই তালৈ মৰিবলৈ ? তোৰ লাজ নালাগে ? গাহৰি !

সেই প্ৰথমদিনা সি একো নামাতিলে, যদিও সি বুজি নাপালে ইয়াত লাজৰ কথা কোনটো ; নাইবা সি গাহৰি হ'ল কি কাৰণে। তাৰ পিছদিনাখনেই মেনকাই দেখাকৈ সি চিগাৰেট টানি,— ইয়াৰ প্ৰতিশোধ ললে। তাৰ দহবছৰীয়া মনটোৱেও এটা উদণ্ড শক্তিৰ প্ৰাধান্য স্বীকাৰ কৰি ললে।

মেনকাৰ ককায়েকে চাইকেলৰ দোকানত কাম কৰে। বহুত ঘণ্টা জুৰি সি দোকানত কাম কৰিব লাগে,—প্ৰায় পূৰা একোটা দিন। একুৰি তিনিদিন জ্বৰ গাই সি সিদিনা মাত্ৰ দোকানলৈ গৈছিল। কেইটামান আহু চাউলৰ ভাত, কেইটুকুৰা মান তিতা কেৰেলা আৰু মাটিমাহৰ দালি, এই আছিল সিদিনাখন তাৰ পথ্য। এঘণ্টা কাম কৰাৰ পিছত তাৰ ভীষণ মূৰ কামুৰিলে, আৰু দুঘণ্টা পিছত সি চকুৰে ধোঁৱা দেখিবলৈ ধৰিলে। সি মদপী মানুহৰ দৰে ঢলি ঢলি কোনোমতে ঘৰ পাই আহি দেখিলে, আতঙ্কত বিবৰ্ণ হৈ উঠা মেনকাৰ হাত এখনত ধৰি থিয় হৈ আছে এজন মিলিটাৰী অফিচাৰ। খং আৰু অপমানত তাৰ গাটো কঁপিবলৈ ধৰিলে। তথাপিও সেই দুৰ্ব্বল শৰীৰটোৰ আটাইখিনি শক্তিৰে সি চিঞৰি উঠিল,—

বাহাৰ যাও। গেট্ আউট্।

অফিচাৰ জনে মেনকাৰ হাতখন এৰি দিয়ে আৰু হাঁহে,—এটা বিদ্ৰূপৰ হাঁহি। তাৰ পাছত পেণ্টৰ জেপৰ পৰা দুখন পাঁচটকীয়া নোট উলিয়াই বিছনাত পেলাই দি ওলাই যায়।

মেনকাৰ ককায়েকৰ সৈতা, গাঁতলৈ সোমাই যোৱা চকুদুটা হঠাৎ দপ্‌দপ্‌কৈ জ্বলি উঠে। তাৰ শিৰবোৰৰ মাজেৰে ক্ষীণ তেজৰ সোঁত এটাই যেন নাচিবলৈ ধৰে। হাচানৰ এক চতুৰ্থাংশ তাৰ নিজৰ গাটো, শক্তিটো তেওঁৰ শক্তিৰ আঠভাগৰ এভাগতকৈও হয়তো কম। আনকি মেনকাৰ সমান বলো এতিয়া তাৰ গাত নাই। তথাপি তাৰ তেজখিনি বিষাক্ত হৈ উঠে।

সি চাইকেলৰ পাম্প্ এটা লৈ মেনকাক কোবাবলৈ ধৰে; তাইৰ মুৰত, পিঠিত। এবাৰ মাত্র তাই অস্ফুট ভাবে আর্তনাদ কৰি উঠে,—ককাইটি!

কোবাই কোবাই তাৰ ভাগৰ লাগে। তাৰ মনত পৰে আতঙ্কত বিবর্ণ হৈ পৰা মেনকাৰ চকুদুটালৈ। তাইৰ কি দোষ! সি তাৰ হাতখনলৈ চায়। ভেস্‌লিন আৰু মলি লাগি ক'লা হৈ উঠিছে তাৰ হাতখন। তাৰ ঢাকুৰি কান্দিবৰ মন যায়; আৰু তাৰ চকুলো ওলায়। তাৰ পাছত সি পায়জামাটো পিন্ধি যাবলৈ ওলায়,—চকুদুটা জুইৰ দৰে ৰঙা, খোঁজৰ নাই ঠিক।

হঠাৎ মেনকাই দুৱাৰমুখ ভেটা দি থিয় হয়,—

তুমি নেযাবা ককাইটি। তোমাৰ জ্বৰ উঠিছে। মোক মাৰি পেলোৱা, তথাপি তুমি যাব নোৱাৰা।

সি বিছনাত গৈ ঢলি পৰে। এৰা, তাৰ জ্বৰ উঠিছে। সি চকুমুদি তাৰ অবসাদ আৰু দুর্ব্বলতাৰ উমান লয়, আৰু অসহ্য মুৰ কামোৰনিত চট্‌ফটাই থাকি মুখেৰে শব্দ নকৰাকৈ কৈ থাকে,—

তোক মই মাৰিলোঁ মেনকা? কিন্তু তোক কিয় মাৰিলোঁ? ইমান মৰম কৰোঁ মই তোক। নহয় ভনীটী, মই তোক মৰা নাই। মই মোকেই মাৰিছোঁ। হয়তো কেতিয়াবা মই নিজকে কামুৰি খাম।

সি গম পায় মেনকাই তাৰ কপালত হাত দি তাৰ ওচৰতে বহি আছে। সি চকুমেলি নাচায়। হয়তো নোৱাৰে, তাৰ বোধহয় অসম্ভৱ ভাগৰ লাগিছে। মেনকাই জানে তাৰ কপালৰ ইমান তাপৰ অর্থ কি। তাই জানে, তাৰ কাৰণে মুড়ি কেটামান আনিবলৈকে তাইৰ পইচা এটাও নাই। হঠাৎ তাই উচাপখাই জাপ মাৰি উঠে। নোট দুখন তেতিয়াও আছে। এখন উৰি আহি মাটিত পৰিছে, আনখন বিছনাৰ ওপৰতে আছে। দুয়োখন নোট নতুন, অকণো মলি লগা নাই। পহৰা দি থকা দুটা বলবিষ্ঠ নিগ্রো সৈন্যৰ দৰে দুখন পাঁচটকীয়া নোট।

শোক কৰিবলৈ নাইবা পৰাচিত হবলৈ মেনকাই অবসৰ নাপালে। তাইৰ ৰুগ্ন মুমূৰ্ষু চাইকেল মিস্ত্রী ককায়েকে তাইৰ মন বা শৰীৰক বিশ্ৰাম নিদিলে। তথাপিও তাই কান্দিলে, পাৰেমানে কান্দিলে। যেন তাই নিজৰে মৰমৰ জীৱনটোৰ বিনাশ আৰু মৃত্যু দেখি নিজেই কান্দিলে। ভাত পানী নাখাই দুৰ্ব্বল হোৱা শৰীৰটোক কেপ্তেইন্ হাছানে গ্ৰহণ কৰিলে। জোনে কেপ্তেইনৰ পৰা বিস্কুত পালে, মিস্ত্রীয়ে দৰব পালে, পথ্য পালে। মেনকাই পাট কাপোৰ পালে, সেউজীয়া দামী মণি পালে। জোন আৰু মিস্ত্রীয়ে সকলো গ্ৰহণ কৰিলে। মেনকাই আটাই-খিনি উপেক্ষা কৰিলে। কেপ্তেইনে জোন আৰু মিস্ত্রীক উপেক্ষা কৰিলে, মেনকাৰ শৰীৰটো গ্ৰহণ কৰিলে।

তাৰ পাছত প্ৰথম যিদিনা তাইৰ ককায়েকে ভাত খালে, সিদিনা তাইৰ এটা আচৰিত অনভূতি হ'ল। তাই যেন স্পষ্ট দেখা পালে, দৰিদ্ৰতাই তাইক এমূৰৰপৰা শেষ কৰি আনিলে। এটা যেন প্ৰকাণ্ড সাপে তাইক গিলি পেলালে। দৰিদ্ৰতাই বা ধনাঢ্যতাই, একে কথা। তাইৰ সকলো নিলে, অৱশেষত নিলে তাইৰ শৰীৰটোৰ পবিত্ৰতা। তাইৰ ঘিণ লাগে, গাৰ নোমবোৰ শিঁয়ৰি উঠে। তাইৰ যেন গোটেই গাটোতে চালৰ ওপৰত স্পষ্ট দাগবোৰ।

কিন্তু তাইৰ ককায়েকে মাছ আৰু মুৰ্গীৰ জোল খাই সাত দিনৰ ভিতৰতে আগতকৈও দুগুণ বল পায়। জোনৰ লগত হাঁহে, চিগাৰেট খায় আৰু মেনকাক জোকায়। অৱশেষত মেনকাই বুজি পালে—তাইৰ ক'লা ঘন চুলি, নিপোটল গাল, সুস্পষ্ট যৌৱন, তাৰ এটা মূল্য আছে। অৱসাদ, ক্লান্তি আৰু দুশ্চিন্তাত মলিন হোৱা চকু দুটালৈ তাই এবাৰ চায়। মনটোক তাই বুজাবৰ চেষ্টা কৰে। এটা বোজা যেন মূৰৰ পৰা তাইৰ নামি পৰে। তাই যুক্তি দিয়ে, নিজৰ লগতে তৰ্ক কৰে আৰু হাঁহে। আৰু তাই গোটেই মুখখনতে পাউদাৰ সানি লয়।

অসংখ্য অফিচাৰ আহে আকৌ গুচি যায়। বৃটিছ, এমেৰিকান নিগ্ৰো, হিন্দু, মুছলমান, শিখ—কত দেশৰ কত জাতিৰ সৈন্য। কেম্পৰ ওচৰতে ক্লাবঘৰ তৈয়াৰ হয়, কেণ্টিন তৈয়াৰ হয়। ট্ৰাক, টেঙ্ক, জিপবোৰে গুজৰে। এৰোপ্লেন, চাইৰেন, কামানবোৰে বিকট চিৎকাৰ কৰে। নতুনকৈ দিয়া ৰাস্তাৰ ওপৰৰ পিছবোৰ দুপৰীয়া গলি পিছল হয়, সন্ধিয়া আকৌ ডাঠ মাৰে।

মেনকাৰ ককায়েকে ঠিকাৰ কাম কৰে, ভালৰৰ এটা ভাৰা লয়, আৰু মটৰ গাড়ী কিনে। আজিকালি সিহঁতে চাহতকৈ কফি বেছি ভাল পায়। জোনে তাৰ সঙ্গীবোৰেৰে সৈতে গধূলি ঘূৰি ফুৰে আৰু চাহাব দেখিলেই বখশিশ্ খোঁজে। সিহঁতে ইজনে সিজনৰ লগত ভঙা ভঙা ইংৰাজীৰে কথা কয়, আৰু ঘৰত মাক-বাপেকৰ লগত চুপতি মাৰে। লেফ্টেনেণ্ট সিঙৰ গাড়ীত উঠি মেনকা ফুৰিবলৈ যায়। বাটৰ কাষত পৰি থকা অসংখ্য ভিখাৰীবোৰে বাট এৰি দিয়ে। সিহঁতৰ গাড়ী পঞ্চাশ মাইল বেগত বাটৰ শিল ওফোৰাই গুচি যায়। মেনকাৰ অঙ্গবোৰ নাচি উঠে। তাই জীৱনত এটা নতুন স্পন্দন পায়।

তথাপিও মেনকাৰ আচৰিত লাগে। কি ভীষণ বেগে পৃথিৱীখন যেন উৰি গৈছে। কি দ্ৰুত তাৰ পৰিবৰ্তন। এই পৰিবৰ্তনটো তাইৰ ভালো লাগে। সিহঁতৰ নতুন ঘৰত বহি তাই বাহিৰলৈ চাই থাকে, সিহঁতৰ ঘৰৰ আগেদি যোৱা প্ৰকাণ্ড ৰাজবাটটোত কিমান যে চেৰেলাপৰা মগনিয়াৰৰ দল। সিহঁতৰ মাইকীবোৰে কুৎসিৎ কদাকাৰ গাবোৰ ঢাকিবলৈ কাপোৰ এখনো নাপায়। প্ৰায় প্ৰতিজনী মাইকীৰে বুকত উলঙ্গ শিশু, সিহঁতে মাকহঁতৰ সোঁতোৰা পৰি ওলমি থকা বুকৰ চালখিনি চুহে, দাঁত থাকিলে হয়তো চোবাই খালেহেঁতেন। মেনকাৰ খুব ঘিণ লাগে। তাই থু পেলায়। যেন এটা গোন্ধ তাইৰ নাকত লাগে। তাৰ বলবঠি গৈ তাই আনকালৰ খিৰিকি এখন মেলি দিয়ে। সেই ফালেও এটা বাট—সদৰলৈ যোৱা বাট।

হঠাৎ তাই থমকি ৰয়। প্ৰায় কুৰিজন ডেকাক পুলিচে বান্ধি লৈ সদৰৰ ফালে যাব ধৰিছে। প্ৰথমতে তাই অবাক হয়। তাৰ পাছত তাই হাঁহে। এনে বলিয়া এই ডেকাবোৰ। বিশেষকৈ মাজৰ সেই শকত ওখ ডেকাজন। তাৰ কাৰণে তাইৰ যেন মন পোৰে। আনকি তাইৰ ককায়েকেইতো তাক কিবা এটা কাম যোগাৰ কৰি দিব পাৰিলেহেঁতেন। তাই হাঁহি ৰাখিব নোৱাৰে। তাৰ পাছত কি এটা তাইৰ মনত খেলালে। তাই খিৰিকিখন বন্ধ কৰি দিলে, আয়নাখনত এবাৰ মুখখন চালে, চাদৰখন সলাই ললে, আৰু পাছফালৰ বাট এটাৰে গৈ, ডেকা কেইজনৰ ঠিক সমুখতে ওলাই সিহঁতৰ কাষেদি অকণীহঁতৰ ঘৰ ওলালগৈ।

অকণী বয়সত তাইতকৈ সৰু। অলপ বেছি শকত। গিৰিয়েকৰ লগত কাজিয়া কৰি তাই বায়েকৰ লগত আছেহি। বায়েকে তাইক অভয় দিছে, সেয়ে অকণীৰ সম্বল। অকণীক সাৱটি ধৰি মেনকা হাঁহিত ভং নাইকিয়া হয়। তাই হাঁহিৰ মাজত বৈ বৈ ভগা ভগাকৈ কৈ যায়,—

জান অকণী, এজন নহয়, দুজন নহয়, কুৰিজন—মুৰত বগা টুপী, মুখবিলাক ভীষণ গম্ভীৰ, হাতত শিকলি। বাক ভয়ে কয় অকণী,— অইন বাক নাই, লাজো নাই?

আবেলি অকণী আৰু মেনকা ফুৰিবলৈ ওলাল। অকণীহঁতৰ সন্মুখৰ ঘৰটোত থাকে ফতেমা। কিন্তু অকণীয়ে ফতেমাক লগত আনিবলৈ ভাল নাপায়। ফতেমাৰ অকণো সঙ্কোচ নাই, তাই বাটে বাটে চিগাৰেট খায়। সিহঁতে ৰেল লাইনৰ ফালে যাবলৈ থিৰ কৰে। ঠেক পুতলৰ চাদৰ এখন অকণীয়ে গাতে লাগি থকাকৈ টানকৈ পিন্ধি লয়। মেনকাই হাতত চাটি এটা লয়।

মিনি, ও মেনকা,—অকণীয়ে আদৰলগাই মাতে। তাইৰ চকুলৈ এবাৰ কেৰাহিকৈ চায়, হাঁহে আৰু কয়,—

সিং শকত হব পাৰে, টকাৰ কাৰণেও হয়তো নাভাবে অকণো। কিন্তু জন বা ঢুবেৰ ভুলমাত—

দেখিছ অকণী,—তাইক কথাবাৰ শেষ কৰিবলৈ নিদি মেনকাই কয়,—

সেই যে ঘৰটো পৰোঁ পৰোঁ হৈ কোনোমতে থিয় হৈ আছে, তাতেই আছিল বিপিনহঁত। ভাবিলে সপোন যেন লাগে। এটা বছৰতে বিপিনৰ ঘৈণীয়েক মৰিল, লৰা এটা ছোৱালী এজনী মৰিল। বুঢ়া বিপিনৰ দোকান উঠি গ'ল। ডাঙৰ পুতেকজন থাকিলগৈ জেলত। শুনিলোঁ সিদিনা বুঢ়া বিপিনো মৰিল, সেই ঘৰটোৰ ভিতৰতে। এইবাৰ যেতিয়া বিপিনৰ হাহাকাৰ লাগি পৰিল অথচ হাতত পইচা এটি নাই, তেতিয়া ককাইটিয়ে সিহঁতৰ খেতিৰ মাটিখিনি কিনি ললে।

অকণীয়ে কিজানি কথাবোৰ নুশুনে। সতুনকৈ সজা দূৰৰ চক্‌চকীয়া বগা চিনেমাৰ ঘৰটোলৈ তাই চাই থাকে। চাই থাকিয়ে তাইৰ ভাল লাগে। এটা লোভ হয়। হঠাৎ মেনকাই তাইৰ একেবাৰে ওচৰলৈ গৈ কাণৰ কাষত কথলৈ ধৰে,—

তই আকৌ কাৰো আগত কৈ নিদিবি, কণী। কি হৈছিল জান? বিপিনৰ ঘৈণীয়েকজনী আছিল একেবাৰে জথামূৰ্খ। লৰা ছোৱালী কেনেকৈ ৰাখিব লাগে তাকো তাই নাজানে। ককাইটিয়ে এদিন খুব বেগত মটৰখন চলাইছে, তেনেতে ঠিক গাড়ীৰ আগতে আহি পৰিল সেই বিপিনৰ ল'ৰাটো। তেওঁ মটৰখন ৰখাবলৈ পাৰেমানে চেষ্টা কৰিলে, তথাপিও ল'ৰাটোৰ গাত খুন্দা লাগিল। নাকটো ভাগিল, বোধহয় বুকেপেটে আজাৰ পালে। ককাইটিৰ গাড়ী অৱশ্যে কোনেও চিনিব নোৱাৰিলে, কিজানি চিনিবৰ ইচ্ছাও নকৰিলে। ল'ৰাটো তিনিদিনৰদিনা মৰিল।

ও, সেই লৰাটো! —অকণীয়ে অৱশেষত কথাত যোগ দিয়ে। হিল কি কম মিনি! তাক দেখি মই আৰু কোনোমতে হাঁহি

ৰাখিব নোৱাৰোঁ। পেটটো যেন এটা ঢোল, নাকটো থেতেলা-খোৱা এটা শামুক, চকু দুটা—আই ঔ দেহি, লবাৰ ৰূপ! মুখ মেলাৰ দৰে মানুহে চকুও মেলিব পাৰে, সিদিনাহে দেখিলোঁ।

ৰেল-লাইনত অসংখ্য কুলি। মূৰত মাটিৰ টুকুৰি লৈ মতা তিৰোতা সকলোৱে কাম কৰিছে। বোকাত পৰি সিহঁতৰ অকণ অকণ কেচুৱাবোৰে টেটুফালি চিঞৰে, কিন্তু ফিৰি চাবলৈ কাৰো সময় নাই। আগেয়ে ৰেলৰ বাট, পাছত সিহঁতৰ জীৱন, সিহঁতৰ বংশ। কাপোৰৰ সলনি বোকাকে সিহঁতে গাৰ আবৰণ বুলি ধৰি লৈছে। গাভৰুবিলাকে কাপোৰবোৰ টানি লবলৈ চেষ্টা কৰে। কিন্তু কাপোৰতো ৰবৰ নহয়। বয়সিয়াল মাইকীমানুহ-খিনিয়ে আৰু লাজ নকৰে। তাৰে মাজৰ এজনীয়ে প্ৰায় লৰিবকে নোৱাৰে। দুই এদিনৰ ভিতৰতে, হয়তো সিদিনাই, তাইৰ প্ৰসবৰ সময়। বেগাই কাম কৰিব নোৱাৰে বাবে, তাইক আটাইখনে গালি দিয়ে। তাইও দিয়ে ওভোতাই গালি। সিহঁতে নিৰ্লজ্জ ভাবে গালাগালি কৰে। মূৰৰ টুকৰি নমাই থৈ তাই খণ্ডত ফোপাবলৈ ধৰে, বোকাত পোত খাই থকা লৰাটোক পাৰেমানে চপৰিয়ায়, আৰু জুইৰ ওচৰলৈ গৈ, অণ্ঠা দি হোকা টানিবলৈ ধৰে।

তাতেই সিহঁতে ভাত ৰান্ধি খায়। নানাবৰণৰ সৰু বৰ চাউল আৰু কোমোৰা। পিয়াহত খাবলৈ আৰু ভাত ৰান্ধিবলৈ, পিটনিপৰা খালটোৰ পানী। ওচৰতে দুই লাইন পায়খানা—বেৰেকটোৰ পায়খানাবোৰ। দুলাইন পায়খানাৰ সন্মুখত, পিটনিপৰা খালটোৰ পাছত, নতুনকৈ দিয়া ভিজা মাটিৰ ওপৰত,—এই মানুহবোৰ শোৱে। ওৰে ৰাতি, সিহঁতে মতা-মাইকী, বুঢ়া-বুঢ়ী, লৰা-ছোৱালী আটাইখনে তাতে শুই থাকে।

অকণী আৰু মেনকাই সেইখিনি ঠাই অতি সন্তৰ্পণে পাৰ হৈ যায়। নাকত ৰুমাল গুজি লৈ, দূৰে দূৰে পৰি থকা শিলবিলাকৰ

ওপৰত ভৰি দি, দেং মেলি জুটাত বোকা মলগাকৈ, সাৱধানে সিহঁতে ঠাইখিনি অতিক্ৰম কৰে।

কাম কৰি থকা মাইকী মানুহজনীয়ে সিহঁত দুয়োৰে চাই মিচিকিয়াই হাঁহে। তাইৰ পিঠিত কোবৰ দাগবোৰ এতিয়াও আছে। ৰাতিৰ অন্ধকাৰত, এদিনাখন তাই নোহোৱা হৈছিল। শেষ নিশা ফিৰি আহোঁতে তাইৰ মতাটোৱে তাইক কোবালে। সন্ধিয়া কাম শেষ হোৱাৰ পাছত, তাই পিটনিবোৰ গুছাই খালটোত গা ধুই লৈ, এপাত এপাত ৰঙা কাচৰ চুৰি পিন্ধি, ব্লাউজ নিপিন্ধাকৈয়ে তাই গুচি গৈছিল। তাইৰ এটা ব্লাউজ তেনেই লেতেৰা হৈ আছিল।

চিগাৰেটৰ বাবে এতিয়াও তাইৰ বৰ লোভ।

সন্ধিয়াৰ লগে লগে নিগ্ৰো কেম্পটোত নাচগান আৰম্ভ হয়। মাজতে একুৰা জুই, আৰু চাৰিওফালে উত্তেজিত নিগ্ৰোবিলাক। কোনেও চাপৰি মাৰিছে, কোনেও ৰিঙিয়াইছে, কোনেও গুক্ত-ৰিয়াইছে। আৰু অশ্ৰান্তভাবে বাজিছে সৰু এটা ঢোল খিতাং খিতাং খিতাং। সকলোৰে মাজত ক্ষিপ্ত উন্মত্ত হৈ নাচিছে এটা নিগ্ৰো। থিয় হৈ, বহি, বাগৰি অদ্ভুতভাবে সি নাচে। এটা উদ্‌ভ্ৰান্ত পৰাক্ৰমী শক্তিয়ে যেন নিগ্ৰোটোৰ মাজত আত্মপ্ৰকাশ কৰে। সি মাটিত বাগৰি বাগৰি নাহে নাহে অচেতন হৈ যায়।

অকণীহঁতৰ ভয় লাগে। সিহঁতে খুব বেগাই ঘাৰ ধৰে। তাৰ পাছত উদাস ভাবে অকণীয়ে কয়,—

চিনেমা চাবলৈ যাবি মেনকা?

মেনকা উৎফুল্ল হৈ উঠে,—

সঁচা কণী, ব'ল।

কিন্তু পিছ মুহূৰ্ত্ততে তাইৰ মুখখন ক'লা পৰি যায়, আৰু কয়,—

কিন্তু কণী, টকা? টকা জানো আছে তোৰ? মোৰ লগততো নাই।

অকণীয়ে মামাতে, কেৱল কেৰাহিকৈ মেনকাৰ ফালে চায়। যেন ঠাট্টাও কৰে, অনুনয়ো কৰে।

চিনেমা আৰম্ভ হৈ গৈছে। সিহঁত দুয়ো প্ৰথম শ্ৰেণীৰ দুৱাৰলৈ যায়। দুৱৰীয়াজনে টিকেটৰ বাবে হাত মেলে, আৰু অকণীয়ে তাৰ হাতখনত ধৰি মৃদু এটা চাপ দিয়ে। সি বিমূঢ় হৈ থাকোঁতেই দুয়ো ভিতৰ সোমায়।

ভিতৰত পোহৰ নাই, কেৱল এটা আভা। সেই জোনাকী আভাত অকণীয়ে বহুতক চিনি পায়। সিহঁতে দেখা পায়, মহন্তৰ ওচৰত বহি ফতেমাই চিগাৰেট টানি আছে। এবাৰ অকণীয়ে মেনকাৰ ডিঙিত ধৰি ফিচ্‌ফিচাই কয়,—

মোৰ কপাল, দেখিছ মেনকা? সেয়া জানো বাইদেউ মহয়?

মেনকাহঁতৰ ওচৰৰপৰা কেম্পটো উঠি গৈছে। প্ৰায় এমাইল দূৰত পাতিছে গৈ। এই ঠাইখিনি আছিল দ। ইয়াত স্বাস্থ্য নিটিকে। মেনকাৰ মনটো উদাস হৈ পৰে। অকণীৰ অসুখ, তাইও আহিব নোৱাৰে। যি ৰাগীটোৱে অকণীৰ প্ৰতিটো অণু পৰমাণু কপাই তুলিছিল, তাক তাই নষ্ট হবলৈও দিয়া নাই, অশ্ৰদ্ধা কৰিবলৈও শিকা নাই। তাইৰ জীৱনী শক্তি খুব প্ৰবল—প্ৰায় উন্মত্তভাবে প্ৰবল। তথাপিও তাই এই জীৱন শক্তিৰদ্বাৰা জীৱন-সৃষ্টি কৰিবলৈ নিবিচাৰে। অন্ততঃ এইভাবে মহয়। এই শক্তিটোক তাই অনুভৱ কৰিছে, কামনাৰ উত্তাপ ৰূপে। মাজে মাজে তাইৰ ঘিণ লাগে, আমনি লাগে। তেতিয়া তাই দেখে তাইৰ ডিঙিৰ চিক্‌চিকীয়া সোণৰ হাৰ, আঙঠিত জ্বলি থকা পাথৰ, মিহি কোমল গাটোত কামোৰ খাই লাগি ধৰা নানা তৰহৰ সাজ। এই আটাইবিলাক তাইক লাগে, আৰু আন কিবা লাগে নে নালাগে পাছলৈ ভাবিলেও হব। সেয়ে, ভয় লগা সত্বেও তাই দৃঢ়ভাবে কৈছিল,—

তই চাবি মিনি, মই ইয়াক বাধা দিম, ইয়াক ৰোধ কৰিম। ও মেনকা! তই মোক সহায় নকৰিবি? মইতো কোনোদিন

এনেকুৱা অৱস্থা এটাক মাত্তি অনা নাই! কিয় ভেনে আহিৰ? মোৰ দেহৰ মাজলৈ আহি মোৰ সুঠাম শৰীৰটো নষ্ট কৰিবলৈ দিম মই? তই চাই থাক, মই ইয়াৰ প্ৰতিবোধ কৰিম,—যি উপায়ে নহওক লাগে।

অকণীয়ে কথা ৰাখিছে। অকণীৰ অসুখ। কিন্তু হয়তো আৰু সাতদিন লাগিব সম্পূৰ্ণ ভাল হৈ উঠোঁতে। তাই বিশ্বাস সোনকালে পাৰে ভাল হৈ উঠিব। ভাল হৈ উঠাটো তাইৰ নিতান্ত প্ৰয়োজন, তাইৰ গিৰিয়েক জেলৰ পৰা ওলোৱাৰ আগতে।

মেনকাই সকলো জানে; তাইৰ মনটো বেয়া লাগি যায়। সিহঁতৰ চাৰিওকালে কেৱল মহি আৰু মাখি। কেম্পটো থকা সময়ত চাফ্‌ চিকুন আছিল। এতিয়া খাৱৈ বিলাকত ভীষণ দুৰ্গন্ধ। কতবোৰ বস্তু যে গেলিছে তাৰ ঠিক নাই। ডি. ডি. টি ঢালোঁতে ঢালোঁতে মৰিযোৱা বনবোৰ আকৌ গজি উঠিব ধৰিছে, আৰু বন্ধ হৈ থকা পানীবোৰ পঁচি বকবকীয়া হৈ উঠিছে, কেহৰজিৰ ৰোলৰ দৰে তাৰ ৰং। অলপ দূৰতে হাড়বোৰ, শগুণ আৰু মাখি— অপৰ্য্যাপ্ত মাখি। যি দুটা ঘৰ পৰোঁ পৰোঁ হৈ কোনোমতে নপৰাকৈ আছে, তাৰ তলতে কেইটামান মগনিয়াৰ থাকিবলৈ লৈছে। সিহঁতৰ অকণ অকণ ল'ৰা ছোৱালীবোৰে কটাচিটা কাপোৰৰ টুকুৰা বিচাৰি ফুৰে। কোনোবা সৈনিকৰ ঘাত বন্ধা তেজ লাগি থকা টুকুৰা পালে, সিহঁতে বুটলি আনি গাত লয়। আৰু দুদিন পিছতেই এই খাৱৈবোৰ পানীৰে উপচি পৰিব, আৰু মেনকাহঁতৰ ঘৰলৈ উটি যাব পকাৰ ওপৰত পৰা শেলুৰৈ, গেলাপানী আৰু মাখি। চাৰিওকালে বিয়পি পৰিব এই বিষ।

বেয়া লাগিলেও মেনকাই মুখ আঁচোৰে, বেণী গুঠে, কোট লয়। আকাশত তৰা জিলিকাৰ দৰে, মেনকাৰ গাটো ভৰিৰ পৰা মূৰলৈ জিলিকে। কলম ফুল বৰণীয়া মেখেলাখনৰ ওপৰেদি, এখন মনিপুৰী বিহা তাই গাত খাপখোৱাকৈ লয়। কেৱল

ৰিহাখন অপৰূপ ভাবে লয়। চিক্‌চিকীয়া নৰম গলধনৰ ওপৰত বেণীদাল ওলমি থাকে, আৰু থাকে বান্ধ নোখোৱা দুই এদাল চুলি।

গেটৰ দুৱাৰত ধৰি মেনকাই দূৰলৈ চায়। আৰু অলপ পাছতে মটৰ গাড়ীবোৰ আহিব, তাই জানে। হঠাৎ তাই একেবাৰে কেঁাচ খাই যায়। কেঁাচ খাই ধনু এখনৰ দৰে হৈ পৰে। এটা অসহ্য যন্ত্ৰণাত তাইৰ উশাহ বন্ধ হৈ যাব খোজে। অতিপাত বিষাক্ত পোক কিছুমানে যেন তাইৰ তল পেটৰ ভিতৰখন খাই পেলায়, আৰু জুইৰ দৰে গৰম লোৰ শলাবিলাকে যেন তাইক পুৰি মাৰে। দুফাল বাহু লৈ তাইৰ কোমৰত চেপি দিলেও কিজানি তাই ইমান যন্ত্ৰণা নাপালেহেঁতেন। গেটৰ দুৱাৰখনত খামুচি ধৰি তাই বহি পৰে আৰু কান্দে। দূৰৰ কুলিবোৰৰ কোঢ়াল তাইৰ কাণত পৰে। সিহঁতে বোধহয় ইটোৱে সিটোৱে মৰামৰি আৰম্ভ কৰিছে। যন্ত্ৰণাত চটফটাই থাকিও তাই শুনে এই কোঢ়াল। দুৱাৰখনত লাগি তাইৰ গলধনৰ নৰম চালখিনি ৰঙা পৰি উঠে। আৰু এটা দুৰ্গন্ধ আহি তাইৰ নাকত সোমায়।

কোনোমতে চুঁচৰি গৈ তাই বিছনাত বাগৰি পৰে। তাই নিজকে নিজে কৈ থাকে,—

মোৰ বাবে থাকিব কেৱল এই যন্ত্ৰণা। ইহঁত যেতিয়া যাব তেতিয়া থাকিব এই কুলিৰ চিঞৰ। তেতিয়া থাকিব মাত্ৰ এই গাহৰিৰ জীৱন। সকলোবিলাক যাব, আমাৰ বাবে থাকিব মাত্ৰ এই কুলিৰ জীৱন, বোকা, মলি, গেলাপানী আৰু কুৎসিত বেমাৰ। আমালৈ থাকিব সিহঁতৰ গাৰ মলি আৰু বেমাৰৰ বিষাক্ত বীজাণু।

আতঙ্কত মেনকা শিয়ৰি উঠে।

# মনগলে মাতিবা

পাপা, আৰু মই নোৱাৰোঁ। ইম্‌পছিবল, মই বলিয়া হৈ যাম। তুমি ইয়াৰ কিবা এটা উপায় উলিওৱা, কিবা এটা প্ৰতিকাৰ।

এমিয়ে দেউতাকৰ চকিখনত আঁউজি দেউতাকক কৈ থাকে। অণিমাৰ নামটো কেতিয়া যে 'এমি' হৈ গ'ল, আজি কাৰো সঠিক মনত নাই। চাৰি বছৰ বয়সত তাই দিল্লীৰ কন্‌ভেণ্ট্ স্কুল এখনত নাম লগাইছিল, আৰু বি. এ. পাছ কৰালৈকে, ইখনৰ পাছত সিখন মিছনাৰী স্কুল কলেজত পঢ়ি ডাঙৰ হ'ল। তাইৰ দেউতাক জগন্নাথে চাকৰিৰ আধাকাল দিল্লীত কটালে,— আজি এটা মিনিষ্ট্ৰিত, কালি আইন এটা মিনিষ্ট্ৰিত। একালত গৈ তেওঁৰ জগন্নাথ নামটো তেওঁৰ বন্ধুসকলে চুটি কৰোঁতে কৰোঁতে হ'ল গৈ 'জন্'। জগন্নাথৰ নামটো হ'ল 'জন্' আৰু অণিমাৰ নামটো হৈ পৰিল 'এমি'।

গুৱাহাটীৰ লাচিত নগৰৰ ঘৰটো তেওঁলোকৰ বেছ ডাঙৰ। দুমহলীয়া ঘৰ। প্ৰতি মহলাত দহটাকৈ সৰু বৰ কোঠা। বাথৰুম টয়লেট, ড্ৰেছৰুম, পেন্‌ট্ৰি, কিট্‌ছেন—সেইবোৰতো আছেই। তাৰ উপৰিও টেৰেছ, বাৰাণ্ডা। ডাঙৰ ঘৰ, ধুনীয়া ঘৰ, ধুনীয়া আৰেষ্টন, ফুলৰ বাগান, গাড়ীৰ পোৰ্চ্ছ, গাড়ী অহা পকা ৰাস্তা,—চালে চাই থাকিবলৈ মন যায়।

তেওঁলোকৰ একমাত্ৰ ল'ৰা থাকে কুৱেইটত, এমি থাকে তেওঁলোকৰ লগত। গতিকে তলৰ মহলাটো জগন্নাথে ভাৰা দিলে। ভাৰা লোৱা মানুহৰ পৰা যাতে তেওঁলোকৰ নিজৰ কোনো শান্তিৰ ব্যাঘাত নহয়, সেইবাবে বহুত ভাবি গুণি

জগন্নাথে ভাৰা দিলে গৌতমহঁতক। গৌতমহঁতৰ পৰিয়াল সৰু, গৌতমৰ মাক, ভায়েক এজন, ভনীয়েক এজনী আৰু গৌতম। গৌতম ছায়েন্‌টিষ্ট, ডাঙৰ বিচাৰ্চষ্টেচন এটাত কাম কৰে। তেওঁ-লোক শান্তিপ্ৰিয় মানুহ। জগন্নাথহঁতে তেওঁলোকৰ পৰা কোনো অশান্তি নাপায়। কিন্তু গৌতমে সদায় পূজা কৰে। মন্ত্ৰবোৰ ডাঙৰ ডাঙৰকৈ মাতে, ধূপ-ধূনা জ্বলায়, ঘণ্টা বজায়।

এমিয়ে সহ্য কৰিব নোৱাৰে। ৰাতিপুৱা চাৰে ছয় বজাত গৌতমৰ পূজা আৰম্ভ হয়, সাৰে সাতটাত শেষ হয়। এইখিনি সময়ত এমিৰ টোপনিটো গাঢ় হবলৈ ধৰে। আৰু গৌতমৰ স্তোত্ৰবোৰৰ গম্ভীৰ ভাষাবোৰে তাইৰ কাণ স্পৰ্শ কৰে—

ওঁ গণানাংত্বা গণপতিং হবামহে,
প্ৰিয়াণাংত্বা প্ৰিয়পতিং হবামহে,
নিধিনাংত্বা নিধিপতিং হবামহে, বসো মম।
ওঁ অবিঘ্নেশ্বৰায় গণেশায় নমঃ।

এমি একেকোবে বিছনাৰ পৰা উঠি তাইৰ দেউতাকৰ ওচৰ পায়গৈ,—

পাপা, এইবোৰ কি মানুহক তুমি এই ঘৰলৈ আনিলা? শেষৰাতি চাৰি বজাত কোনো মানুহ উঠে? চৰাইবোৰ উঠে, গৰু-ছাগলী উঠে। কিন্তু কোনো সভ্য মানুহ চাৰি বজাত উঠে? আৰু কেৱল উঠাই নহয়, উঠি গাখোৰে। আৰু পাপা,—

তাই স্লিপিং গাউন্‌টোতে দাঁতেৰে কামুৰি ধৰি কোনো ৰকমে হাঁহিটো দমন কৰি কয়,—

আৰু পাপা, তাৰ পাছত পূজা, কি কয় পাপা?

ওঁ গামানাংতা—কোৱা না পাপা, কি? গানা কি?

কৃত্ৰিম গাম্ভীৰ্য্যৰ সুৰত জগন্নাথে কয়,—

ইমান যদি তোৰ মন্ত্ৰশিকাৰ লোভ, তেনে তই নিজে গৈ গৌতমক সুধি নাহ কিয়? মই পূজা পাতলৰ কি জানো!

এমিয়ে এখোঁজ পিছুৱাই আহি তুয়োখন হাত অদ্ভুদভাবে জোকাৰি কয়, তুমি যে কি এব্ছাৰ্ড পাপা! মই যাম সেই ৰাষ্টিক গাঁৱলীয়া জনৰ ওচৰলৈ? মই কেবল কৈছিলোঁ, তুমি ইয়াৰ এটা প্ৰতিকাৰ কৰিব লাগিব। এনেকৈ মানুহে নোশোৱাকৈ থাকিব পাৰে নেকি?

চাৰে ছয় বজাত তোৰ যদি ইমান টোপনি; তেনে এই মন্ত্ৰবোৰ ইমান পৰিকাৰ কৈ কেনেকৈ শুনি পাৱ?

পাপা, —এমিয়ে অতিষ্ঠ হৈ কয়, —পাপা, তুমিয়ে মোক কোৱা, তোমাৰ ওচৰত যদি কোনোবাই টিলিঙা বজাই দিয়ে— তেনে তোমাৰ টোপনি ভাগি নাযাব? মই তোমাৰ এই বাজে কথাবোৰ শুনিবলৈ অহা নাই, তুমি এটা প্ৰতিকাৰ কৰা।

প্ৰতিকাৰ, এমি? কি প্ৰতিকাৰ কৰিম? কোনোবাই যদি ৰাতিপুৱা পূজা কৰি ভাল পায়—তেনে মই পূজা কৰাত কি বুলি বাধা দিম?

পাপা মই বুজিলোঁ—এমিয়ে অভিমানৰ সুৰত কয়, —মই ইয়াত এই তিনিমাহ সময় থকাটো তুমি নিবিচাৰা। দিল্লীৰ আটাইবোৰ হোষ্টেল বন্ধ, নহলে মই দিল্লীলৈ আজিয়েই গুচি গলোঁহেঁতেন।

এমিয়ে এখন হাতেৰে গাউনটো ডাঙি ধৰি কোঠাটোৰ পৰা ওলাই যায়। জগন্নাথে টেবিলৰ ওপৰৰপৰা কিতাপখন আকৌ তুলি লয়—The Dance of India. কিতাপখন হাতত লৈ জগন্নাথে অলপ সময় ভাবে,—

সঁচাকৈ আমাৰ ক্ষতি কোনখিনিতে হ'ল। মোৰ লাভ হ'ল যে মই ছয় বজাতে উঠিব পাৰোঁ; নহলেতো নবজালৈ শুই থাকিলোঁ হয় আৰু এমিৰেবা ইমান অশান্তিৰ কি কাৰণটো হ'ল। এয়াতো কোনো মন্দিৰৰ ঘন্টা নহয়।গৌতম বেচেৰাই ঘন্টা বজায়, পূজা কৰে, ধূপচাকি জ্বলায়—মনত কিবা এটা শান্তি পায়। আমাৰ কি হ'ল।

তেওঁ কিতাপখনত মনোযোগ দিয়ে।

এমি নিজৰ কোঠাটোলৈ গৈ আকৌ বিছনাত শুই পৰি চকু মুছি দিয়ে। কিন্তু তাইৰ কিবা গৰম লাগি যায়। গাউন্‌টোৰ ওপৰৰ গুদামবোৰ সোলোকাই দি তাই আকৌ শুবলৈ চেষ্টা কৰে। এইবাৰ তাইৰ কাণত কিবা এটা মৃদু সুঁহ বাজিবলৈ ধৰে। অলপ সময় টলকামাৰি থাকি তাই বিছনাৰ পৰা উঠি আহি কাষৰ আন কোঠাটোলৈ যায়। তাইৰ ড্ৰেছিং ৰুম। দীঘল আৰ্চ্ছিখনৰ আগত থিয় দি তাই চুলিখিনিলৈ চায়। চুটিকৈ কটা তাইৰ চুলিখিনি তাইৰ বুকৰ ওপৰত, কান্ধৰ ওপৰত সিঁচৰতি হৈ পৰি থাকে। বুকৰ ওপৰৰপৰা চুলিখিনি আঁতৰাই দিওঁতে তাইৰ গাটো শিয়ৰি উঠে. গাটো গৰম হৈ উঠে। গাউন্‌টোৰ ওপৰৰ গুদাম কেইটা মাৰি লৈ, তাই খিৰিকিখন খুলি দি তললৈ চায়।

গৌতমে গামোছাখন মেলি দি আছিল। চুলিবোৰ ফণিওৱা নাই। কাণদুখন আবৰি গোটেই মূৰটো চুলিৰে ভৰপূৰ। কপালত এটা দীঘল ফোট। পেটটো তেনেই চেপেটা! বুকখন ওখ-বহল। আৰু মুখখনত এটা হাঁহি। গামোছাখন টাঁৰত মেলি দি সি চিঞৰে।—

মা, আঠ বাজিবলৈ দুইমিনিট বাকী, ভাত।

এমি খিৰিকিখনৰ পৰা আঁতৰি আহে। আপোনা আপুনি তাইৰ মুখৰ পৰা ওলাই যায়,—

মা! ভাত। ইডিয়ট্।

তাই আকৌ আয়নাখনৰ ওচৰলৈ যায়। দুয়োটা ওঠ জোঙা কৰি লৈ চকুদুটা ঘোপা কৰি, আয়নাত তাইৰ নিজৰে মুখখনলৈ চাই—ব্যঙ্গৰ সুৰত কয়,—

আঠ বাজিবলৈ দুইমিনিট বাকী। মা, ভাত।

আঠ নোবাজোঁতেই ভাত। গাহৰি।

তাইৰ শোৱা কোঠাটোলৈ সোঁমাই গৈ আকৌ কয়,—

ইডিয়ট্। নাট্‌স্।

এমি আকৌ শুই পৰে। তাইৰ অকণমান প্ৰোমেৰেন্নিান্ কুকুৰটো বিছনাখনত উঠি প্ৰথমে তাইৰ ভৰি দুখন চেলেকি দিয়ে। ভৰি আৰু কলাফুল চেলেকি দি কুকুৰটোৱে তাইৰ গালখনত চেলেকি দিয়ে। তাই কুকুৰটোক সাবটি ধৰি শুই থাকে। আৰু আৰামতে কুকুৰটোৱে কুঁ-কুঁৱাই থাকে। কিন্তু তাইৰ টোপনি নাহে। হঠাৎ তাইৰ মনত পৰে আজি তাই চুলিবোৰ ধুব লাগে! ছেম্পুৱে ধুই ৰ'দত শুকাবলৈ হলে সময় লাগিব। তাৰাতাৰি ব্ৰেক্‌ফাষ্ট খাই লব লাগে। ন বাজিবৰ হ'ল, অথচ তাইক কোনেও আহি ব্ৰেক্‌ফাষ্টৰ কথা কোৱাই নাই। অযথা সকলোৰে ওপৰত তাইৰ খং উঠি যায়। তেনেতে মটৰৰ হৰ্ণ এটা বাজি উঠে। সেইখন নিশ্চয় ষ্টাৰ্ক্‌কাৰ হব। গৌতমক নিবলৈ আহিছে নিশ্চয়। সিহঁতে যে গাড়ী এখন কিয় কিনি লব নোৱাৰে তাই ভাবি নাপায়। অথচ মাকৰ মুখত শুনিছে গৌতমে প্ৰায় দুহেজাৰ টকা দৰ্মহা পায়।

চিকটা—তাই অকলে কৈ থাকে।

জাত চিকটা। গাৱলীয়া ভূত।

টাৱেলখন আৰু ছেম্পুৰ বটলটো হাতত লৈ কেইখোজমান আগবাঢ়ি, আকৌ ঘূৰি আহি টাৱেল ছেম্প্ পেলাই থৈ তাই ডাইনিং ৰুমলৈ যায়।

কেইদিনমান পাছত দীপালিৰ লগত অণিমাৰ পৰিচয় আকস্মিক ভাৱে হ'ল। দীপালি গৌতমৰ ভনীয়েক, অণিমাহঁতৰ ঘৰতে থাকে, কিন্তু সিহঁতৰ লগত অহাযোৱা হোৱা নাছিল বাবে অণিমাৰ লগত কথাবতৰা ও নাছিল। শাস্ত্ৰীয় সঙ্গীতৰ অনুষ্ঠান এটালৈ অণিমা গৈছিল তপনৰ লগত। অণিমাৰ নিজৰ শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতি কোনো ৰাপ নাই, তপনৰো নাই। কিন্তু তপনৰ বন্ধু

এজনে গাব, গতিকে বন্ধুত্বৰ খাটিৰ ৰক্ষাৰ্থে তপন ওলাল। দুদিনৰ পাছতে সি দিল্লীৰ কোনোবা এটা ডাঙৰ কোম্পানীত চাকৰি পাব, অন্ততঃ পাব বুলি সি আশা কৰে, তেনে স্থলত গানৰ মজলিছত যোগদান দিয়াৰ তাৰ অকণো ইচ্ছা নাই। তথাপি সি যেতিয়া যাবই লাগিব, অণিমাকো জোৰ কৰিয়ে সি লগতে লৈ গ'ল। তাৰ বন্ধুৰ গান শুনাৰ পাছতে দুয়ো গুছি আহিব, এই থাকিল কথা।

সিহঁতে যেতিয়া গৈ পালে, তেতিয়া চেটাৰ বজাই আছে— দীপালিয়ে। ঘৰটোত প্ৰায় চল্লিশ জন মানুহ। আটায়ে তন্ময় হৈ শুনি আছে দীপালিৰ চেটাৰ। চেটাৰ বজোৱা অণিমাই শুনিছে, কিন্তু এনেকুৱা লহৰ আৰু তৰঙ্গ তাই আগেয়ে কেতিয়াও শুনা নাই। সেয়া যেন অগণন সুৰ একে সময়তে কঁপি কঁপি বাজি উঠি এটা তৰঙ্গায়িত ৰূপ লৈ মূৰ্ত্ত হৈ উঠিছে।

সেয়া কোন চিনি পাইছা? অণিমাই সোঁধে।

তপনে বোধহয় চকুমুদি আন কিবা কথা ভাবি আছিল।

সি কয়,—

হুঁ? কোন? ও, সেয়া ছোৱালীজনী? চিনি পাওঁতো, মানে, দেখা পাইছোঁ। তোমালোকৰ ঘৰতেই তো থাকে। কিয়? ভাল বজাইছে? আঙুলিবোৰ কিন্তু বেচ্ চলে দেই। স্মাৰ্ট্।

অণিমাই একো নামাতে। তাই গম পায় তপনৰ অকণো ভাল লগা নাই। তাইবো তিমান একো ভাল নালাগে, কেৱল যেন এটা স্তব্ধতা অনুভব কৰে। বহুত দূৰত অকলে বহি নিজৰ অন্তৰৰ অনুভূতি বোৰ নিজে উপলব্ধি কৰিলে যেনেকুৱা লাগে, তেনেকুৱা কিবা এটা অস্পষ্ট অনুভূতি তাইৰ হয়।

তপনৰ বন্ধুৰ গান শেষ হ'ল আৰু এঘণ্টা পাছত। অণিমা তপন যেতিয়া ওলাই আহে, তেতিয়া প্ৰায় চাৰে দহ বাজিছে। অণিমাৰ কথা কোৱাৰ ইচ্ছা নোহোৱা হৈ গৈছিল। ক'ৰবাত যেন

তাই বুকুখনত দুখ পাই গ'ল। কাৰণ মোহোৰাকৈ এনেয়ে তাইৰ অকলে দুখ কৰি বহি থাকিবলৈ মন যায়।

সিহঁতে বাহিৰলৈ আহি দেখিলে দীপালি বৈ আছে। কথা পাতিলে দীপালিয়ে প্ৰথম,—

আপুনি আহিছে মই দেখা পাইছো। কেনে লাগিল?

মই নাজানিছিলো আপুনি যে চেতাৰ বজায়,—অণিমাই কয়। ঘৰত জানো আপুনি বজায়? মইতো শুনা নাই। কিন্তু আপুনি ঘৰলৈ যাব নহয় জানো? বলক, আমাৰ গাড়ীতে যাব।

নহয়, মই দাদালৈ অপেক্ষা কৰি আছো-দীপালিয়ে কয়। আপুনি বেয়া নাপাব। মোৰ কাৰণে আপুনি চিন্তা নকৰিব। দাদা এইমাত্ৰ আহি পাব।

কিয়, আপোনাৰ দাদাই গান শুনি ভাল নাপায়? অণিমাই সোধে। আগেয়ে অহা হলেতো গানেই শুনিলেহেতেন।

দাদাই? শাস্ত্ৰীয় গানৰ নাম শুনিলেই দাদা পাগল। কিন্তু আজি তেওঁলোকৰ কিবা মিটিং নে আলোচনা কিবা আছিল।

ঠিক আছে,—তপনে কয়, আমি পাঁচমিনিট বাট চাওঁ। ইয়াৰ ভিতৰতে আপোনাৰ দাদা আহি নাপালে, আপুনি আমাৰ লগতে যাব। নহলে, ইমান দূৰ বাট, আপুনি এই নিশা অকলে কেনেকৈ যাব?

বাধা দি দীপালিয়ে কয়,—মোৰ বিষয়ে আপোনালোকে চিন্তা কৰিছে সেয়া সুখৰ কথা। কিন্তু, চিন্তা অযথা কৰিছে। দাদা আহিবই।

আপোনাৰ দাদাকে গাড়ী লৈ আহিব? —অণিমাই সোধে।

গাড়ী? গাড়ী দাদাই ক'ত পাব? আজি বতৰটো ভাল। গতিকে সি এটা চাটি লৈ আহিব। বতৰ বেয়া থকাহেতেন, সি মোৰ কাৰণে আৰু এটা আনিলেহেতেন চাটি।

তাৰ পাছত ছুলো প্ৰায় তিনি মাইল বাট খোজ কাঢ়িব?

দীপালিয়ে একো নামাতে। অলপ বৈ অণিমাই আকৌ সোধে,

আপোনাৰ দাদা ছায়েনটিষ্ট, নহয় জানোঁ? আগেয়ে আপোনা-লোক বাঙ্গালোৰত আছিল?

হয়, এই তিনিমাহ আগলৈকে। তাৰ চাকৰিৰ পদবীটো তেনেকুৱা কিবা এটা। কিন্তু এনেকুৱা কথা ওলালে সি কয়,—ছায়েনটিষ্ট? মই কিহৰ ছায়েনটিষ্ট? মই অঙ্ক কৰোঁ আৰু উত্তৰবোৰ এটা মেছিনত মিলাই চাওঁ।

মেছিনত উত্তৰ মিলাই চায়?—তপনে সোধে।

এদিন মাইও তাকেই সুধিছিল—তই যে কয় অঙ্কৰ উত্তৰ তই মেছিনত মিলাই চাৱ, উত্তৰ দেখোন কিতাপতে দিয়া থাকে। সি কৈছিল—মা, কিতাপত দিয়া অঙ্কৰ উত্তৰ কিতাপতে দিয়া থাকে। মোৰ অঙ্কবোৰ মই নিজে পাতি লওঁ, আৰু তাৰ উত্তৰবোৰ মিলাই চাওঁ লেবোৰেটৰীত। ইমান যে মজা মা, মই তোমাক কি কম। এয়া চাওক মই আজে-বাজে কথাবোৰ কৈ আপোনা-লোকক ৰখাই থৈছোঁ। আপোনালোকৰ চাগে পলম হৈছে।

অণিমা আৰু নবয়। তপনৰ লগত আহি গাড়ীত বহি তাই গাড়ী ষ্টাৰ্ট্ দিয়ে। তিমান গৰম নাছিল, তথাপি তাই গাড়ীত লগাই থোৱা অকণি ফেন খন চলাই দিয়ে। ইঞ্জিনৰ গুম্ গুমনি শব্দ চেৰ পেলাই দিয়ে শিল গুটি চিটিকি পৰাৰ শব্দবিলাকে। বাটে-অবাটে যেনি তেনি পাকবোৰ ঘূৰাই তাই গাড়ীত স্পিড্ দিয়ে। মাৰ্ছিদিছ গাড়ীখনে অনায়াসে বাঠি কিলোমিটাৰ স্পিড্ লৈ লয়।

বহুত দূৰ বাট এমি? ইমান যে স্পিড্ দিছা?

তুমি মনে মনে থাকা। মানুহৰ যে অহঙ্কাৰ!

এমি তুমি অযথা এজিটেটেড্ হৈছা, খং কৰিছা। দীপালিয়ে ক'তনো কৰিলে অহঙ্কাৰ! তাইতো সহজ সৰলভাবে—

এক নিমিষতে তাই গাৰ বলেৰে ব্ৰেক্ মাৰিলে। ৰাস্তাৰ শিলগুটি ওকোৰাই বিকট শব্দ কৰি গাড়ীখন ৰৈ গ'ল। ইমান

জোৰে ব্ৰেক মাৰিলে যে টায়াৰৰ পৰা সামান্য ধোঁৱা ওলাই গ'ল।

একমুহূৰ্ত্ত নিস্তব্ধ হৈ থাকি তপনৰ ফালে তাই চালে। সি তাইৰ ফালে অবাক হৈ চাই আছে। তাই কলে,—

কোৱা, থামিলা কিয় ? দীপালি আৰু কি ? সহজ, সৰল— আৰু কি ?

আৰু দীপালি ধুনীয়া —কৈয়ে সি খেক্ খেক্‌কৈ হাঁহিবলৈ ধৰে। তাই গাড়ীখনৰ চুইচ্ বন্ধ কৰি দিয়ে। তপনৰ হাঁহি থামি যায়। ওচৰৰে গছ ডালৰ পৰা চৰাই এটি উৰি গুচি যায়। দূৰত মেকুৰী এজনীয়ে চিঞৰে। অণিমাৰ বাওঁখন ভৰিৰ বুঢ়া আঙুলিটো এবাৰ কঁপি উঠে। তপনৰ ফালে নোচোৱাকৈ তাই কয়—

মই শুনি আছোঁ।

তোমাৰ আজি কি হ'ল বাৰু এমি ? মই দেখাত ছোৱালী-জনীয়ে তেনে কোনো অপৰাধ কৰা নাই। কিয় জানো তোমাৰ খং উঠি গ'ল। আৰু, তাই যদি অহঙ্কাৰ কৰিছে, —তাইৰ অহঙ্কাৰ তাইৰ। তোমাৰ মোৰ তাত কি হ'ল ? চাওঁ, এই ফালে আহা, তুমি গাড়ী চলাব নোৱাৰিবা।

শুনা, ডোণ্ট্ পিটি মি, ডোণ্ট্ ইউ ডেয়াৰ। তুমি মোক পুতৌ কৰিবলৈ নাহিবা। তুমি মোৰ লগত নাথাকিলেও অকলে মই গাড়ীখন চলাই নিব পাৰিম। মোৰ কেৱল জানিবলৈ ইচ্ছা গৈছিল তুমি দীপালিৰ মাজত আৰু কি কি আবিষ্কাৰ কৰিলা।

তপনে একো নোকোৱা দেখি তাই আকৌ কয়,—

কি হ'ল ? আঘাত পাই গ'লা ?

তাই গাড়ীখন ষ্টাৰ্ট্ দিয়ে। এইবাৰ তাই গাড়ীখন লাহে লাহে চলায়। তাইৰ চাৰ্টটোৰ তলত তাইৰ পেটটো ধীৰে ধীৰে নমি থাকে। তাই চাৰ্টৰ সোঁহাতখন বাউলীলৈ তুলি দিয়ে। বাহিৰৰ শীতল বতাহখিনি তাইৰ কাষলতি স্পৰ্শ কৰি যায়।

তাই কিন্তু শিয়ঁৰি নুঠে। সম্মুখৰ ফালে চাই গাড়ী চলাই থাকি এবাৰ তপনৰ ফালে চাই, তাই কয়,—

কোৱা।

কম? —তপনে কয়। তেনেহলে কওঁ। তোমাৰ এই খঙৰ কাৰণ দীপালি নহয়। আন কিবা এটা।

ইউ আৰ্ নট্ দুইং বেড্। ঠিক ধৰিছা। কিন্তু গেছিং বাদ দিয়া, কিবা বুলি ক'লে কেনেকৈ হব? বাক কোৱাচোন, দীপালিয়ে পিন্ধা শাড়ীখনৰ ৰং কি আছিল।

কিয়, গ্ৰীন্। চাৰ্কগ্ৰীন, পাতল সেউজীয়া, নহয় জানো?

আৰু পাৰিৰ ৰংটো?

ৰঙা।

ছো, ইউ হেড্ নট্ মিস্‌ড্ এনিথিং। তোমাৰ পৰ্য্যবেক্ষণ ভাল। তুমি আই এ এছ্ নাইবা আই. পি. এছ্ কৰা। উন্নতি হব।

এমি, সঁচাকৈ মই যদি কিবা দোষ কৰিছোঁ, মোক ক্ষমা কৰি দিয়া। আৰু তোমাক যদি অশান্তি দিছোঁ, এইখিনিতে মোক নমাই দিয়া।

তুমি মোৰ ফালে চোৱা। কি দেখিছা?

তোমাক।

আৰু?

আৰু তোমাক।

সিহঁত দুয়ো হাঁহে।

পাছদিনাখন ৰাতিপুৱাতেই তপন যেতিয়া আহি ওলাল, তেতিয়া অণিমাৰ কোঠাত ৰেকৰ্ড বাজিছে। ইমান ডাঙৰকৈ বজাইছে যে ধাৰণা হয় যেন লাউড্‌স্পিকাৰ লগাই দিছে। সি ওপৰলৈ উঠি গৈ অণিমাৰ কোঠা পায়গৈ। অণিমাৰ ৰেকৰ্ড প্লেয়াৰত অবিৰাম পপ্ মিউজিকৰ চিৎকাৰ। অণিমা বিছনাখনতে দীঘল দি পৰি আছে। তাই বোধহয় পেণ্টেৰে সৈতে শুই আছিল। আগদিনা

সজ্জিয়া পিন্ধি থোৱা পেণ্ট-চার্ট ভেতিয়াও তাইৰ গাত। ইকাল সিকাল চাই সি চকি এখনত বহি সুধিলে,—

ইমান ৰাতিপুৱাতেই পপ মিউজিক। আৰু ইমান ভলিয়ুম্ দিছা কিয়? মূৰ কামুৰিব তোমাৰ।

তাই বিছনাৰ পৰাই কয়,—

মই আৰু নোৱাৰোঁ, অসহ্য লাগিছে।

ৰেকৰ্ডৰ ইমান আঁৱাজ হৈ আছিল যে সি অণিমাৰ কথা শুনিকে নাপায়। সি উঠি গৈ আঁৱাজটো একেবাৰে কমাই দিয়ে। কমাই দি আহি আকৌ চকিখনত বহোঁতেই সি শুনি পায় গম্ভীৰ স্বৰৰ উচ্চাৰণ,—

ওঁ গণাণাং ত্বা গণপতিং হবামহে
ওঁ প্ৰিয়াণাং ত্বা প্ৰিয়পতিং হবামহে
ওঁ নিধিনাং ত্বা নিধিপতিং হবামহে।

সি খিৰিকিখনৰ ওচৰলৈ উঠি আহে। তাৰ কিবা বিস্ময় লাগে, ভাল লাগে। অণিমা উঠি গৈ খিৰিকিখন বন্ধ কৰি দিয়ে। তাৰ পাছত কয়,—

পাৰিবা তুমি সহ্য কৰিবলৈ? দিনৰ পাছত দিন ৰাতিপুৱাতেই এনেকৈ যদি তোমাৰ কাণৰ কাষত কোনোবাই চিঞৰি থাকে? পাপাক ইমান কলোঁ যে সিহঁতক উঠাই দিয়া; কিন্তু তেওঁ অপাৰগ। এই কাৰণে অপাৰগ যে এবছৰৰ কন্ট্ৰাক্ট, এতিয়াও ন মাহ বাকী। ন মাহত বেই কোনো মানুহ বলিয়া হৈ যাব, সন্দেহ নাই। কিন্তু মোৰ তিনিটা মাহ যাব কেনেকৈ। আৰু ৰাতিপুৱাতেই সাজ-গোজ কৰি শাড়ী পিন্ধি মই ফুৰিবলৈ যাম নেকি? তুমি ইয়াতেই মোৰ কাৰণে কোনোবা এখন হোষ্টেলত চিট্ এটা যোগাৰ কৰি দিব নোৱাৰা?

ব'বা ব'বা। তুমি অতবোৰ প্ৰশ্ন একেবাৰতে কৰিছা যে আটাইবোৰ প্ৰশ্ন মোৰ মনতে নৰল। প্ৰথম কি আছিলে, যে ৰাতিপুৱাতেই যদি কোনোবাই কাণৰ কাষতে চিঞৰে,—

অণিমাই উঠি আহি বিছনাখন প্ৰদক্ষিণ কৰি কয়,—

তুমি, তুমি একেবাৰে ইম্‌পছিবল্।

তুমি যদি ধীৰে সুস্থিৰে এখন্তেক বহিব পাৰা মই এতিয়াই ইয়াৰ এটা সমাধান কৰিব পাৰোঁ।

অণিমাই দ্ৰেছিং আয়নাৰ ওচৰৰ টুলখন আনি তপনৰ ঠিক সন্মুখতে পাৰি লৈ বহি, চুলি কেইদালমান মুখৰ পৰা আঁতৰাই, হাত দুয়োখন একেলগ কৰি কোচত থৈ, চকু থিৰ কৰি তপনলৈ চাই কলে,—

এতিয়া সোধা কি সুধিবা।

তোমাৰ নাম কি ?

অণিমা। পাপা-মামীয়ে আৰু এজনে এমি বুলি মাতে।

তোমাৰ ঘৰ ক'ত ?

লাছিত নগৰত। লাছিত নগৰৰ চাৰিআলিৰ ওচৰতে।

তুমি কি কাম আটাইতকৈ ভাল পোৱা ?

তোমাক ঠাপ্পৰ্ মাৰিবলৈ আটাইতকৈ ভাল পাওঁ। দিম এটা ? তাই উঠি গৈ খিৰিকিৰ কাঠদালত দুয়োটা কিলাকুটি থৈ তপনৰ ফালে মুখ কৰি থিয় দি থাকে। তপনে চাই থাকিয়ে কয়,—

আন এখন আৰ্চি ইয়াত থকা হলে, মই লৈ গৈ তোমাৰ আগত ধৰি থাকিলোঁহেতেন। তেতিয়া তুমি নিজেই দেখিলাহেতেন যে তুমি তেনেকৈ থাকিলে তোমাক কিমান অপৰূপ দেখায়।

অসভ্য !

খিৰিকিৰ পৰা আহি বিছনাখনতে বহি তাই আকৌ কয়,—

জাত অসভ্য।

তুমি যদি এইবাৰ আৰাম কৰি চোফাখনত বহা, তেনে মই সমাধানবোৰৰ কথা কম। সঁচা কৈছোঁ।

মোৰ ইয়াতে আৰাম লাগিছে। তুমি বহাগৈ চোফাত।

বাৰু তেনেহলে নালাগে। মই কৈছিলোঁ যে তোমাৰ এই কমটো হোষ্টেলৰ কমৰ দৰেই। এতিয়া যেনেকৈ আছে, তেনেকৈ তুমি

যদি খিৰিকিখন বন্ধ কৰি থোৱা, তেতিয়া ইয়ালৈ কোনো শব্দ নাহে। আৰু তুমি কোৱামতে তুমি যদি ৰাতিপুৱা ন বজাত উঠা, অৰ্থাৎ ন বজালৈ শুবলৈ বিচৰা, তেনেহলে তুমি অৰ্থাৎ এবাৰ সাত বজাত উঠি খিৰিকি খুলি দিয়াৰ কোনো অৰ্থ নহয়। তথাপি তুমি যদি জোৰ কৰি টোপনি ভাঙি সাত বজাত খিৰিকি খুলি দিয়', তেনে বুজিব লাগিব যে, যি শব্দবোৰে চিঞৰি চিঞৰি তোমাৰ কাণৰ কাষ পায়হি, সেই শব্দবোৰ শুনাৰ আগ্ৰহতে তুমি খিৰিকি খুলি দিয়া। হয়নে নহয় কোৱা।

কিন্তু অণিমা আৰু তাত নাথাকিল। তাই নাকমুখ বঙা কৰি তাইৰ কোঠাৰ পৰা ওলাই গ'ল। অগত্যা তপনো ওলাই ডাইনিং ৰুমৰ ফালে খোঁজ দিলে। অণিমাই তাইৰ শোৱা কোঠাটোৰ ওচৰৰ তাইৰ লাইব্ৰেৰী আৰু পঢ়া কোঠালৈ গৈ কিতাপবোৰ সজাব ধৰিলে। খন্তেক পাছতে তপনো গৈ সেইখিনি পালে। অকণমান সময় কিতাপবোৰ লিৰিকি বিদাৰি থাকি অণিমাই কলে, -

যোৱা' মা আছে ডাইনিং ৰুমত।

যাওঁ,—তপনে কয়। যাওঁ মানে তললৈ যাওঁ, পোনে পোনে ৰাস্তালৈ। ভোক আৰু নাই। মই মাক ক্ষমা বিচাৰি আহিছোঁ।

তেনে যোৱাগৈ। যাওঁতে তলতালাত ক্ষমা খুজি যাবাগৈ।

মইও তাকেই ভাবিছিলোঁ। কিয়নো মোৰ ইনট্ৰোডাকচনটো, মানে, মোৰ পৰিচয়টো, দি দিয়া হলে মোৰ অলপ সুবিধা হ'ল হেতেন। তুমি যদি খুব ব্যস্ত নোহোৱা, এবাৰ আহিবা নেকি, তললৈ?

যাবানে তুমি?—অণিমাই উত্তেজিত ভাবে কয়। তপনে ঘূৰি ডুৱাৰখনৰ ফালে যাব খোঁজোতেই তাই আকৌ কয়,—

মোৰ এটা কথা শুনি যোৱা। তুমি আন ছোৱালী এজনী চাবা। মই মিছা কৈছোঁ। মই সহ্য কৰিব নোৱাৰোঁ।

তপনে হাঁহি হাঁহি কলে,—তলে তলে তুমি গম নোপোৱাকৈ মই ছোৱালী চাইয়ে আছোঁ।

তাৰ পাছত তাৰ কথা বন্ধ হৈ গ'ল। অণিমাৰ দুচকুৰেদি দুধাৰ চকুলো ওলাইছে। সি ততালিকে তাইৰ ওচৰলৈ গৈ তাইৰ চুলিবোৰ পিটিকি দি কয়,—

ধেৎ মই ধেমালি কৰিছিলোঁ। কি হৈছে বাৰু তোমাৰ? সঁচা কোৱাছোন। তোমাৰ যদি ইমান অশান্তি হৈছে, পাপাই নিশ্চয় কিবা এটা বন্দোবস্ত কৰিব। মই ক'ম পাপাক?

অণিমাই একো নামাতে। তাইৰ চুলিৰ গোন্ধ তপনৰ নাকত লাগে। শুকাই যোৱা চকুলোৰ সামান্য দাগ তাইৰ গালত লাগি থাকে।

তাৰ পাছত দুদিন দবা-পিটা বৰষুণ। খোজ কাঢ়ি ওলাই যোৱাৰতো প্ৰশ্নই নুঠে। গাড়ী লৈ ওলাই যাবলৈকেও অণিমাৰ মন নাযায়। লাচিত নগৰৰ ঠেক ৰাস্তা, দুয়ো কাষে বোকা আৰু পানী। গাড়ী লৈ গ'লে গাড়ীয়ে দুয়ো কাষৰ মানুহৰ গাত বোকাপানী চটিয়াই দি যায়। ডেকাবোৰে গালি দিয়ে, বুঢ়া বিলাকে খোপা কৰি চায়। দুই এজনে আকৌ গাড়ীখনত শিল-গুটি দলিয়ায়। আটাইবোৰ মানুহে চিনি পোৱা সিহঁতৰ মাৰ্চিদিছ গাড়ী। ইমান মৰমৰ ধুনীয়া গাড়ীখন। অণিমাই গালি খাবও নোখোৱে, গাড়ীখন বেয়া কৰিবও নোখোজে। অৰাবতে তাইৰ আটাইবোৰ মানুহৰ ওপৰত খং উঠে।

ইপিনে তপন গুচি গৈছে দিল্লীলৈ। তিনিমাহ সি আৰু নাহে। পাপাই পাইপ্ খাই খাই নভেল পঢ়ে। নিজৰ ঘৰতে নিজকে বন্দী যেন লাগে অণিমাৰ। তাই ৰেডিঅ' শুনে, ৰেকৰ্ড বজায়, দুই এখন কিতাপৰ দুই এপাত পঢ়ে, অৰাবতে পানীগৰম কৰা হিটাৰ্ জ্বলাই দি আকৌ নুমাই দিয়ে, কুকুৰটোৰ লগত ধেমালি কৰে, বিছনাৰ চাদৰ তুলি আনি জোকাৰে, চাৰ্টৰ বোতাম চিঙি আনি আকৌ লগায়, আৰু খং কৰি বহি থাকে।

মেঘে গাজে, বিজুলীয়ে চিক্‌মিকায়। খিৰিকিৰে অণিমাই

ক'লা মেঘবোৰৰ পিনে চাই হুমুনিয়াহ পেলায়। তাইৰ মনলৈ কিবা এটা অস্থিৰতা আহে। তাই উঠি আহি ওৱাৰড্ৰোবটো খোলে, আৰু তাৰ পৰা এটা মেক্সি উলিয়ায়। ব্লেকটো খুলি মেক্সি পিন্ধি লয়। মেক্সি পিন্ধি তাই কোঠাৰ ভিতৰতে ইকালে সিকালে ঘূৰি ফুৰে; আৰু তাইৰ মেক্সিৰ তলখিনিয়ে কাৰ্পেট খনৰ ধূলিখিনি গুছি লয়। হিল্‌থকা শ্লিপাৰ পিন্ধিলে, হয় হাতেৰে তাই মেক্সিটো ডাঙি লব লাগিব, নহলে তাৰ ভেনেকুৱা অৱস্থা হবই। মেক্সি সোলোকাই তাই এটা মিনিস্কাৰ্ট পিন্ধি লয়। আৰু তাৰ পাছত ছোফাখনতে বহি থাকে।

হঠাৎ বিকট শব্দ কৰি ক'ৰবাত বজ্ৰ পৰিল। ভয়ত তাই মুখটো পেটত লগাই থৈ চকু মুদি খন্তেক পৰ থৈ থাকিল। তাৰ পাছত চকু মেলিয়ে তাই দেখিলে তাইৰ নিজৰে ভৰিখন। তাই যেন আজি প্ৰথম দেখিলে তাইৰ ভৰিখনৰ আঠুৰ তলচোৱাৰ আৰু ওপৰ চোৱাৰ মাজত কি বিশাল পাৰ্থক্য। বৰফৰ দৰে বগা, তুলাৰ দৰে কোমল, সাগৰৰ ফেনৰ দৰে উত্তাল, যেন বগা, মেঘৰ অগণন চপৰাবোৰে বিজুলিৰ উমলৈ তাত গোট মাৰি বহু বিস্তীৰ্ণ হৈ নিস্তব্ধ হৈ আছে। স্কাৰ্টটো তাই টানি দিয়ে; কিন্তু চুটি স্কাৰ্ট দীঘল নহয়। তাই ছোফাখনৰ পৰা উঠি বিছনাত বহেগৈ। বিছনাৰ কোম'ৰ তুলিখনত বহি তাইৰ আৰাম লাগে। এবাৰ তাইৰ ধাৰণা হয় যেন তুলিখন তাই বহা ঠাইখিনিতে কাটিছে। তাই থিয় হৈ চায়। তুলিখন আগৰদৰেই সমান হৈ পৰে, ফটা-চিটা ক'তো এখাৰিও নাই। কাৰ্পেটখনৰ ওপৰতে বহি দিবলৈ তাইৰ মন যায়। সকলো বাদ দি তাই যেতিয়া টুলখনৰ ওপৰত বহিল, তেতিয়া তাইৰ মনত পৰিল তাইৰ মিঠাই খাবলৈ অনন্তৰ মন গৈছে। লাহে লাহে তাই কোঠাটোৰ পৰা ওলাই ফ্ৰিজ্ থকা কোঠাটোলৈ যায়। ফ্ৰিজত সন্দেশ্ আছে নিশ্চয়।

আবেলিৰ পিনে বতৰ অলপ ফৰকাল হয়। আকাশৰ পৰা ক'লা মেঘবোৰ আঁতৰে আৰু শুকুলা মেঘবোৰ ওপঙি ফুৰে। অণিমাৰ গাত বতাহ লাগে। তাইৰ চার্টৰ ইন্‌টিমেট্‌ৰ গোন্ধবোৰে তাইৰ কোঠাটো বিয়পি বিয়পি খিৰিকিৰে ওলাই যায়। কিজানি গৌতমহঁতৰ খিৰিকিলৈ গৈ নিঃশেষ হৈ যায়। গা ধুই আহি পিন্ধা তাইৰ পেন্টটোৰ পৰাও এটা অতি মৃদু গোন্ধ ওলায়। তাই চিনেমা চাবলৈ ওলায়।

ইংৰাজী চিনেমাৰ বাহিৰে সাধাৰণতঃ তাই অইন চিনেমা নাচায় চাবনোৱাৰে, বেয়া লাগে। তাইৰ মনত পৰে বহুদিন আগেয়ে তপনৰ লগত তাই বঙালী চিনেমা এখন চাইছিল—দুই ভাই। পোন্ধৰ মিনিটৰ পাছতে তাই অতিষ্ঠ হৈ তপনক কৈছিল।

মাই, হাও ডু ইউ মেনেজ্‌। এইয়া ফটোগ্রাফী, এয়া একটিং এয়া ছেট্‌, এয়া ডিৰেক্‌ছন্‌। সঁচা দেই আমি বহুত শিকিবলগীয়া আছে। বহুত জানিবলগীয়া আছে। তোমাৰ ইচ্ছা হয়, তুমি বহি থাকা। পাছত গাড়ী পঠিয়াই দিম।

অৱশেষত পূৰা ত্ৰিশমিনিটৰ পাছত দুয়ো ওলাই আহিছিল।

যিখন চিনেমা চাবলৈ অণিমা ওলাল, সেইখনো পুৰণি চিনেমা, যদিও ইংৰাজী। টিকেট এটা কিনি অকলে তাই বহি ললে, নতুনেই হওক পুৰণাই হওক, তাই চিনেমা আজি চাবই। পুৰণা হলেও চিনেমাখন তাইৰ ভালেই লাগে। ধুনীয়া ছোৱালী, ধুনীয়া ল'ৰা,—বঢ়িয়া এক্‌টিং কৰে। ঘটনাটো মুখ্যতঃ ছোৱালী এজনীক লৈ। দুয়োজন লৰাই একেজনী ছোৱালীক ভাল পায়; আৰু কোনে তাইক পাব পাৰে সেই কথাটো সিদ্ধান্ত কৰে তৰোৱালৰ যুজেৰে, অৱশেষে এজনৰ মৃত্যু হয়।

প্ৰথমতে অণিমাই হাঁহে। পুৰণিকলীয়া কথাবোৰ কি আচৰিত, তাই ভাবে। পৃথিৱীত যেন মাত্ৰ এজনী ছোৱালীহে আছে যে সুষ্ঠমনৰ এজন মতামানুহে তাইক পোৱাৰ আশাত নিজৰ জীৱন

দিবলৈকেও পৰাঙ্মুখ নহয়। তাইৰ বাহিৰে আৰু কত সহস্ৰ ছোৱালীৰ মাজৰ পৰা সি একনীক বাচি লব পাৰে। কি স্বৰ্পিভিটি, তাইৰ মনত পৰি যায় কোনোবাই তাইক কৈছিল, শুম্ভ-নিশুম্ভৰ কথা। সেইবোৰতো দেৱতা অসুৰৰ কথা। হলেওতো কথা; আখ্যান হলেওতো ইতিহাস, কল্পনা হলেওতো সেয়া মানৱ মনৰ কল্পনা, কল্পনা কৰা মানৱ মনটোতো সত্য।

চিনেমাখন শেষ হোৱাৰ অলপ আগতে অণিমা ওলাই আহে। তাইৰ ইচ্ছা হয়, নৈৰ পাৰত গৈ একণমান তাই বহিব আৰু ভাবিব। কিন্তু শান্তিৰে তাত বহাৰ উপায় নাই। ক'ৰবাৰ পৰা দুই একজনকৈ আহি ওলাব। গতিকে তাই গান্ধীমণ্ডপলৈ গ'ল। গাড়ীখন এঠাইত থৈ তাই শিল এটাৰ ওপৰত বহি ললে। সাৰে সাত বজাৰ গুৱাহাটীৰ লাইটবোৰেও যেন তাকেই কৰিছে, নিৰ হৈ ভাবিছে আকাশ-পাতালৰ কথা, তাইও ভাবে।

তাই ভাবে ছোৱালীৰ কি এনেকুৱা সম্পদ থাকে। ক'ত থাকে তাইৰ ৰূপটো। ৰূপ মানে কি? চুলি নেকাটিলে চুলি দীঘল হয়; ওঁঠত লিপস্টিক্ দিলে, ওঠতো ৰঙা পৰে; কপালত ফোট ললে কপালখন জিলিকে। মতা মানুহবো হব। মতা মানুহৰ ডাঢ়ি গজে, ছোৱালীৰ বুকু ডাঙৰ হয়। নহলে, ধুনীয়া চকু মতা মানুহবো আছে, সুঠাম বহল বুকু মতা মানুহবো আছে, ভিজিৰ অপূৰ্ব্ব সুৰ মতা মানুহবো আছে। বৰং মতা মানুহৰ শৰীৰ ছোৱালীৰ দেহতকৈ হাজাৰগুণে সুশ্ৰী আৰু শোভনীয়।

ধেৎ, তাই কি অসভ্য বাৰু! সেইবাবেতো ছোৱালীয়ে মতা মানুহক ভাল পায়; তাই তপনক ভাল পায়। তপনৰ শৰীৰৰ কি বস্তুটো তাইৰ ভাল লাগে? বহুত ভাবিলেও তাই ধৰিব নোৱাৰে। গোটেই তপনটোক তাইৰ ভাল লাগে।

বাণ্ডিপুৰা সোমকালে তাইৰ টোপনি ভাগে। গোটেই আকাশ জুৰি ক'লা মেঘ, অথচ বেলি উঠা ঠাইখিনিত মেঘ নাই বাবে ৰ'দ

উঠিছে। অণিমাই ড্ৰেছিং টেবুলৰ আগত বহি চুলি আঁচোৰে। চুলিবোৰ তাইৰ দীঘল হৈ গৈছে, পিঠিখনৰ আধাখিনি আবৰি পৰে। চুলিবোৰ তাই এবাৰ বুকুৰ ফালে এবাৰ পিঠিৰ ফালে মেলি দিয়ে। ডাঠ, ক'লা ডাল-ডাল চুলি, মিহি মসৃণ। কিজানি আৰু অকণমান দীঘল হোৱাই ভাল। ক'লা চুলিবোৰৰ ফাকেদি ওলোৱা বগা পিঠিখন ভাল দেখি। তাই এনেয়ে চুলিবোৰ আঁচুৰি থাকে। আৰু গুণ গুণ কৈ নিজৰ অজ্ঞাতসাৰেই গাই থাকে,—

ওঁ প্ৰিয়াণাং ত্বা প্ৰিয়পতিং হবামহে।

ধেৎ। তাই ফনিখন দলিয়াই দি আৰ্চিখনৰ আগৰ পৰা আঁতৰি আহে। তাইৰ উশাহবোৰ দীঘল আৰু ঘন হয়। তাই নিৰ্বোধ বিস্ময়ত দূৰৰ পৰা আৰ্চিখনলৈ চাই থাকে। আৰ্চিখনত চুলিখিনি জিলিকি উঠে। তাই নিজকে নিজে কৈ থাকে,—

মই বলিয়া হৈ গলোঁ নেকি। কিখন গাই আছোঁ! বাৰু বাতিপুৱাতে। বোধহয় বতৰটোৰে কিবা। কেৱল মেঘ আৰু বৰষুণ। গলেই নহয় ব'দখিনি। এতিয়াই আহিব বৰষুণ—হিৰ্ হিৰ্, হুৰ্ হুৰ্। এই বতৰটোৰে খালে। বুকুটোৰ কিবা এটা হৈছে। বাতিপুৱাতেই প্ৰিয়পতি। কি বাতিপুৱাৰ গান। তাই সুৰ দি লাহে লাহে আবেগভৰাই গায়,—

ওঁ প্ৰিয়াণাং ত্বা প্ৰিয়পতিং হবামহে।

তাইৰ ভাল লাগে,—প্ৰিয়াণাং প্ৰিয়পতি। কিন্তু গৌতমৰ মাতটো বেলেগ, সুৰটো বেলেগ, গহীন হৈ গুম গুমাই থাকে, কিবা এটা অপূৰ্ণ শূন্য স্থান যেন পূৰ্ণ পৰিপূৰ্ণ হৈ আহে। ঘন্টাৰ কোমল ধ্বনিৰ দৰে, কিবা এটাই যেন অন্তৰত খিণখিণাই থাকে।

তাই আজি সোনকালে গা ধুব। আৰু হয়তো কুৰিমিনিট, আধাঘন্টা, তাৰ পাছতে আহিব যাব পিৰ্জকনিমাৰি বৰষুণ—হিৰ্ হিৰ্ হুৰ্ হুৰ্। তাৰ আগতে গা ধুব তাই। এবাৰ তাই আকৌ বিছনাখনতে দীঘল দি দিয়ে। হাত দুখন মূৰৰ তলত দি, ভৰি

তুখন কোচাই তাই ওপৰালৈ চাই থাকে। ফেন নোহোৱা ডকা এখন ছিলিং। আনকি বিজুলিৰ টাৰবোৰো লুকাই থোৱা। তাইৰ কমত এয়াৰ্ কন্ডিছনাৰ্ আছে কাৰণে ফেনৰ কোনো দৰ্কাৰ নাই। লুকাই চুৰ কৰি বিজুলিৰ পোহৰবোৰ কোনোবাপিনেদি আহি ঘৰটো পোহৰ কৰি দিয়ে।

ৰাথৰুমলৈ গৈ অণিমাই লাইটটো জ্বলাই দিয়ে। বেৰৰ আৰু মজিয়াৰ বগা টাইলবোৰ চিক্‌চিকাই উঠে, বাথ্‌টাবটোৰ পানীখিনিত লাইটৰ ৰঙীন চোবোৰ ওপঙি থাকে, আৰু সোলোকাই থোৱা অণিমাৰ কাপোৰবোৰ লাহে লাহে লৰি থাকে। অণিমাই দাঁত ঘঁহে, চুলিবোৰ ওখকৈ মূৰত বান্ধে, টাৱেলখন টাবটোৰ পৰা আঁতৰত থয়, আৰু গাত চাবোন সানে। তাৰ পাছত তাই যেতিয়া টাবটোত নোমায় তেতিয়াই আহে ধাৰাসাৰ বৰষুণ। তাই কাণ পাতি বৰষুণৰ উচ্ছৃঙ্খল শব্দবোৰ শুনে আৰু গা ধোৱে। টাবৰ পৰা উঠি আহি গা মচিবলৈ টাৱেলখন এবাৰ লৈ আকৌ থৈ দিয়ে। বৰষুণৰ হৰ হৰ শব্দবোৰ তাইৰ ভাল লাগে। তাই চাৱাৰ্‌টো খুলি চাৱাৰৰ তলত আকৌ গা ধোৱে। চাৱাৰৰ পানী তাইৰ গাত পৰি থাকে ছিৰ্ ছিৰ্‌কৈ। পানীবোৰ তাইৰ মলি নোহোৱা গাটোত পৰি, পিছলি পিছলি বাগৰি বাগৰি—তাইৰ ভৰিৰ তলুৱা বগাই টাইলত পৰেগৈ। আৰু তাই অবাবতে হাঁহে। আয়নাত পৰা তাইৰ সম্পূৰ্ণ প্ৰতিকৃতিলৈ চাই তাই হাঁহে। হি-হিকৈ তাই হাঁহে, চাৱাৰৰ পানী ছিৰ্ ছিৰ্‌কৈ পৰে, আৰু বাহিৰত বৰষুণে ছিৰ্ ছিৰ্‌কৈ শব্দ কৰে। তাইৰ হাঁহি চাৱাৰৰ পানী আৰু বৰষুণৰ শব্দই এটা সুৰৰ সৃষ্টি কৰে,—

হি—হি, ছিৰ্—ছিৰ্, হিৰ্—হিৰ্; হিহি—হিৰ্ হিৰ্—

ৰাতিপুৱাৰ কামবোৰ শেষ কৰি যেতিয়া অণিমা আকৌ নিজৰ কোঠালৈ আহিল তেতিয়া দহ বাজিছে। ইতিমধ্যে তাইৰ কোঠাৰ আটাইবোৰ বস্তু ঠিকঠাক কৰা হৈ গৈছে। নিজে তাই একো এটা

কৰিব নালাগে। আনকি বিছনাখনো তাই নিজে পাৰিলব নালাগে। নতুন চাদৰ, নতুন ওৱাৰ, নতুন টাৱেল, আটাইবোৰ যোগাৰ কোনোবাই কৰি দিয়ে। অথচ হোষ্টেলত তাই নিজে সকলো কাম কৰে। আৰু দুমাহ ওঠৰ দিন, তাই ভাবে। তাৰ পাছত আকৌ দিল্লী।

তাই ষ্টেৰিওটো লগাই দিয়ে। ছেক্‌শোফোনৰ এটা কনচার্ট। মৃদু সুললিত ভাবে কনচার্ট বাজি থাকে। তাই ভলিয়ুম্‌টো ডাঙৰকৈ দিয়ে; আৰু খিৰিকিখন খুলি দিয়ে। তাৰ পাছত তাই ছোফাখনত বহি শুনি থাকে কনচার্ট, অপূৰ্ব মধুৰ সুৰ তাইৰ কাণলৈ আহে আৰু তাই চকুমুদি শুনি থাকে।

হঠাৎ তাইৰ ধাৰণা হয় যেন ছেক্‌শোফোনৰ সুৰ ভেদ কৰি অইন এটা সুৰ মাজে মাজে ভাহি আহিছে। তাই চকুমেলি চায়। ৰেকৰ্ডখন ঠিকেই ঘূৰি আছে। কিজানি তাইৰ দেউতাকে ৰেডিও বজাইছে। তাই দুৱাৰখন খুলি, সিটো কমৰ ওচৰলৈ গৈ আকৌ ঘূৰি আহে। তাইৰ মনত পৰে, তাইৰ দেউতাক ঘৰত নাই, আৰু মাক বাথৰুমত। আকৌ তাই নিজৰ কোঠালৈ আহি ছোফাখনত বহি পৰে। ৰেকৰ্ডখন ঘূৰি আছে, ছেক্‌শোফোনৰ দ্বিতীয় কনচার্টটো বাজি আছে। ক্ষণমান পাছত আকৌ সেই অজানা সুৰটো আহি তাইৰ কাণত পৰে। তাই উঠি গৈ ভলিয়ুমটো একেবাৰে কমাই দিয়ে, আৰু এইবাৰ তাই স্পষ্টকৈ শুনিবলৈ পায়, তলৰ পৰা গুৰুগম্ভীৰ ভাবে মন্ত্ৰোচ্চাৰণৰ সুৰ এটা ভাহি আহি আছে—

যাদেবী সৰ্ব্বভূতেষু শক্তিৰূপেণ সংস্থিতা
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমোনমঃ।

এভিয়া দহ বজাত? অণিমা আচৰিত হৈ যায়। ন বজাত গৌতম অফিছলৈ যায়গৈ। তাৰ মানে আজি কিবা এটা আছে। তাই আকৌ ভলিয়ুম্‌ বঢ়াই দিয়ে। সেই একে সুৰ কনচার্টৰ

পৰা ভাহি আহে কিন্তু তলৰ সুৰটো অনন্য। পাহাৰৰ গুহা ভেদ কৰি অহা প্ৰতিধ্বনিৰ দৰে হৃদয় স্পৰ্শ কৰা কিবা এটা গভীৰতা। তাই যেতিয়াও বন্ধ কৰি দি খিৰিকিৰ ওচৰলৈ গৈ কাণ পাতি শুনে।

যা দেবী সৰ্ব্বভূতেষু কান্তিৰূপেণ সংস্থিতা।

নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমোনমঃ॥

অণিমাই চকু দুটা মুদি দিয়ে,

যা দেবী সৰ্ব্বভূতেষু লক্ষ্মীৰূপেণ সংস্থিতা।

নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমোনমঃ॥

তাই শুনি থাকে। শুনি থাকিবলৈ তাইৰ মন যায়। বুকুখনত কিবা এটা গভীৰ মাধুৰিমা জাগে। তাইৰ বুকুৰ মাজত যেন কিবা এটা মমতা সাৰ পাই উঠে। তাইৰ মনটোৱে যেন কিবা এটা চুকি পাবলৈ বিচাৰে।

গৌতমৰ পূজা শেষ হোৱাৰ পাছতো তাই তেনেকৈয়ে খিৰিকিতে আউজি স্থিৰ হৈ থাকে। তাৰ পাছত তাই লাহে লাহে আহি আয়নাখনত তাইৰ মুখখন চায়। কিমান যে শান্ত হৈ আছে—তাইৰ চকু দুটা। কিমান উজ্জ্বল তাইৰ চুলিৰ কাষলৈকে কপালখিনি। তাইৰ সমগ্ৰ মুখখনতে কিমান কান্তি। তাই বহি লৈ গুণ গুণ কৈ গায়,—

যা দেবী সৰ্ব্বভূতেষু কান্তিৰূপেণ সংস্থিতা।

নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমোনমঃ॥

তাই শুই পৰে। শুই থাকোঁতে তাইৰ মুখৰপৰা ওলায়,

নমস্তস্যৈ নমোনমঃ।

সন্ধিয়া অণিমাই দেউতাকৰ ওচৰলৈ গৈ লাহে লাহে কয়,—

ক'লৈ ওলাইছা পাপা? বজাৰৰ ফালে যাবা?

জগন্নাথ স্তব্ধ হৈ যায়। ইমান যে ৰূপ হৈছে অণিমাৰ। এটা মৃদু আভা যেন বাগৰি ফুৰিছে—তাইৰ গালেমুখে। তেওঁ কয়,—

কিবা লাগিব এনি?

পাপা, —তাই কওঁ বুলি বৈ যায়।

কি ইমান ডাঙৰ কথা এমি ? কব নোৱাৰি ?

পাপা, মোৰ বাবে এটা বস্তু আনিব পাৰিবা ?

কি পাগলী অ' এই জনী ! নকৰ কেলৈ ?

পাপা, মানে, মোৰ বাবে পাপা, এটা পিতলৰ মূৰ্তি আনিব পাৰিবা ?

দেউতাকে বুজি নাপায়। তেওঁ কয়,—

কি কলি ? কি আনিম ?

এটা মূৰ্তি পাপা, দেৱতাৰ মূৰ্তি।

জগন্নাথ প্ৰথমে আচৰিত হয়। তাৰ পাছত তেওঁ অণিমাক আকোৱালি লৈ পাৰেমানে হাঁহে। হাঁহি হাঁহি তাইৰ—মুৰ, চুলি পিটিকি, তেওঁ কৈ থাকে,—

আনিম বাৰু। দেৱতাৰ মূৰ্তি এটা মই লৈ আহিম। এতিয়াই মই লৈ আহিম। মোৰ মাজনী।

জগন্নাথে তাইক ঠেলি থৈ দুৱাৰ মুখলৈ দুখোজমান দিওঁতেই অণিমাই কয়।

আৰু পাপা—

তেওঁ থিয় দি অপেক্ষা কৰে।

আৰু পাপা, মোৰ কাৰণে এখন শাড়ী আনিবা। ৰঙাপাহিৰ শাড়ী।

# নাগিনীৰ পাৰৰ এগছ চাকি

নন্দৰাম চাট্‌কৰে উঠি বহে। ৰাতি পুৱাবলৈ তেতিয়াও কিছুপৰ বাকী আছে। বাহিৰৰ কিবা আ-ৎৱা শব্দই তাৰ টোপনি ভাঙি দিয়ে। টোপনিৰ জাল লাগি থকা চকুদুটা মোহাৰি সি সম্পূৰ্ণ সজাগ হবলৈ বিচাৰে। সি শব্দ শুনিছে, ধুকপ; কিহৰ শব্দ হব পাৰে সি স্থিৰ কৰিব নোৱাৰে। নিজম ৰাতিৰ জঙ্গলী ঠাই, কত কি শব্দ হব পাৰে।

বাহিৰত জোনাক। ওপৰচোৱা খালি হৈ থকা বেৰবোৰেদি ঘৰৰ ভিতৰত জোনাক আহি পৰে। ইমান উজ্জ্বল জোনাক যে নন্দৰামে চাকি নজ্বলাকৈয়ে ভিতৰৰ বস্তুবস্তুবোৰ দেখা পায়। সি তাৰ চাঙৰ বিছনাখনৰ পৰা উঠি আহে। এইবাৰ সি স্পষ্টকৈ শব্দবোৰ শুনি পায়। সেয়া ম'হ আৰু গৰু কেইটাই কৰা শব্দ। কিন্তু অস্বাভাৱিক। গৰুৱে ম'হে তেনেকুৱা শব্দ নকৰে; জাগি থাকিলেও নকৰে, শুই থাকিলেও নকৰে। এটা শঙ্কিত হুস্ হুস্ আৱাজ। ডাঙৰকৈ হেম্বেলিয়াবলৈ ভয় কৰি, ডিঙি আৰু নাক ফুলাই, পেটৰ ভিতৰৰ এটা আতঙ্ক কোনোবাপিনেদি যেন ওলাই আহে— হুস্ হুস্ হুস্।

নন্দৰামে দুৱাৰখন মেলি বাহিৰত থিয় দিয়া মাত্ৰকে, ম'হ আৰু গৰু কেইটাই তাৰ ফালে চালে। কাণবোৰ থিয় কৰি, নাকবোৰ ফুলাই, বান্ধি থোৱা ঠাইতে ঠেংবোৰ ইফালে সিফালে মাৰি,— সিহঁতে পেটৰ পৰা হুস্ আৱাজ কৰি, চকুৰে জিৰ্‌বিৰ্‌ কৰি চাৰিওফালে চাই আছে। এখন্তেক নন্দৰামে ভাবে, সিহঁতৰ

আজি কি হ'ল। সিহঁতে শুই নাথাকি, এই ৰাতিখন কি চাই আছে। তেনেতে সি গোন্ধ পালে। ভেকাহ্ কৰি আহি তাৰ নাকত লগা কিবা এটা তীব্ৰ গোন্ধ। আৰু প্ৰায় একেসময়তে সি দেখা পালে, তাৰ পিনে চাই, কিছু নিলগত বাঘ এটা বহি আছে। ভয়ত নন্দৰামৰ অণ্ঠকণ্ঠ শুকাই গ'ল। সি য'ত আছিল, তাতেই জঠৰ হৈ থাকিল। তাৰ হাত-ভৰিবোৰ অবস লাগিল, মুখৰ মাত নাইকিয়া হ'ল আৰু সি বিবুধি হৈ বাঘটোৰ পিনে চাই থাকিল। বাঘটোৱে এবাৰ তাৰ ফালে হিংস্ৰভাবে চালে, আৰু মুখ ঘূৰাই গৰুকেইটালৈ চালে। আকৌ এবাৰ তাৰ ফালে চাই মুখ ঘূৰালে। তাৰ পাছত, এটা জাপ মাৰি ক'ৰবাত অদৃশ্য হৈ গ'ল।

বাঁহৰ তুৰাৰখনত খামুচি ধৰি নন্দৰাম বহিল। বাঘ হাতীৰ মাজতে সি থাকে। বাঘে সাধাৰণতঃ খেদি আহি মানুহক নাখায় তাকো সি জানে। কিন্তু প্ৰকাণ্ড জীয়া বাঘ এটা ইমান ওচৰতে দেখা এয়া তাৰ প্ৰথম। সেইবাবে তাৰ ভয় লাগিছিল, উশাহ বন্ধ হৈ গৈছিল।

অকণমান বহাৰ পাছত তাৰ শৰীৰলৈ জীৱ আহে। সি উঠি গৈ ম'হহালৰ ওচৰ পায়। দুয়োটা ম'হ বান্ধি থোৱা আছে। বলদহালো বান্ধা। গাই গৰু মাত্ৰ এজনী, পোৱালি নাই। সি ম'হ দুটাৰ আৰু গৰু কেইটাৰ ওচৰলৈ গৈ গা মূৰ পিহি দিয়ে। মুখ কেইখনত মৰম কৰি দিয়ে। ঠেংবিলাক ওপৰৰ পৰা তললৈ পিহি দিয়ে। গাইজনীকো মৰম কৰে। গোটেই গাইজনী বগা, কেবল পেটৰ তলভাগ ক'লা। পেটটো তাইৰ অকণ অকণকৈ ডাঙৰ হৈ আহিছে। নন্দৰামে হাঁহে আৰু সিহঁতৰ লগত কথা পাতে,—

তই মিছাতে ভয় কৰিছিলি শুকুনী। এপিনে এহাল ম'হ, আনপিনে এহাল বলদ, মাজতে তই। এটা বাঘে তোক কি

কৰিব পাৰে গুৰুনী। তোৰ নেজভালকে চুৰ নোৱাৰে। আৰু মই আছোতো গুৰুনী। ওই গুৰুনী।

সি মুখখন গাইজনীৰ মুখটোত থৈ দি হাতখনেৰে তাইৰ পিঠিখন পিহি দিয়ে। চালৰ তলেদি চোঁ খেলি যোৱা শিহৰণবোৰ তাৰ হাতত লাগে।

পূবে বগা ডাঁৰ দিয়ে। ৰাতিপুৱাই যায়।

ধান্সুৰামৰ কথা তাৰ মনত পৰে। ধান্সুৰামে কৈছিল,—

তই ইয়ালৈ মৰিবলৈ কিয় আহিলি? মই মাউৰা আছিলোঁ, মোৰ কথা বেলেগ। এসাজ খাওঁ যদি এসাজ নাখাওঁ। কোনোবাই কোৱা শুনিলোঁ,—উত্তৰ কামৰূপৰ বান, উত্তৰ কামৰূপৰ ধান। গুচি আহিলোঁ। কিন্তু তইতো পাঁচজন ভাই-ককাই। তোক কিহে পালে। বান নাই, হাবি নাই, বাঘ নাই,—এনেহেন ৰম্যস্থান এৰি তই কি খাবলৈ আহিলি ইয়ালৈ?

সেই কাৰণেইতো মই আহিলোঁ,—নন্দৰামে কৈছিল,—

পাঁচজন ভাই-ককাই, পাঁচকঠা মাটি। বাঘ নাই, ভালুক নাই, আছে কেৱল মানুহ। মানুহেই মানুহ। গাৰ গাই লাগি থকা মানুহ। মানুহক চাই থাকিলে তোমাৰ পেট ভৰিবনে? মইও শুনিলোঁ,—মোহেৰাৰ কথা। মোহৰ মোহৰ পথাৰ, মোহৰ মোহৰ ধান। পাৰা যদি দখল কৰা কুৰিপুৰা মাটি, তোমাৰ হৈ গ'ল।

ধান্সুৰামে আকৌ কৈছিল,—

তোৰ কথা সঁচা। দখল কৰ কুৰি পুৰা মাটি, তোৰ হৈ গ'ল। মইও তাকেই কৰিছিলোঁ। কুৰি পুৰাৰো বেছি মাটি দখল কৰিছিলোঁ। আজি মোৰ দখলত কিমান আছে? আৰু আজি পাঁচ বছৰৰ ভিতৰত কিমান ধান মই আৰ্জিছলোঁ? বুঢ়া পিতা লগত আহিছিল। বুঢ়া গ'ল। কিবা ৰূপে কিবা হ'ল। ইয়াততো তোৰ ডাক্তৰ কবিৰাজ নাই। বেজ আছে। ঘৈণীজনী এবছৰকাল ভুগি তাইও গ'ল। ল'ৰাটোক এবেলাৰ ভিতৰতে জহনীয়ে নিলে।

মই আছোঁ। কি সুখত আছোঁ মই ? আৰু তোক মই এইবোৰ কথা কৈছোঁ, এই কাৰণে, যে তই এতিয়াও ল'ৰা মানুহ।

তোমাৰ কপাল বেয়া,—নন্দৰামে কৈছিল,

নহলে এই ৰাজ্যখনতো আৰু জনশূন্য হৈ যোৱা নাই।

নাই হোৱা।—গালৰ ডাড়িবোৰ খজুৱাই খজুৱাই থানুৰামে তাৰ ফালে নাচাই বহুত দূৰলৈ চাই থাকি লাহে লাহে কৈ গৈছিল।

জনশূণ্য হোৱা নাই, বৰং জনসংখ্যা বৃদ্ধি হৈ গৈ আছে। তই যদি বানপানীৰ মাজৰ পৰা বানৰদেশলৈ আহ, তেনে তই বৰ্ত্তিবি। মৈমনছিঙৰ পৰা যিবিলাক মানুহ বৰপেটালৈ আহিছে. গোৱালপাৰালৈ আহিছে, নগাঁৱলৈ আহিছে, সেইবিলাক বৰ্ত্তিব। জঙ্গলৰ মাজৰ পৰা তই যদি জঙ্গলৰ দেশলৈ আহ, তেনেহলেও তই বৰ্ত্তিবি। নেপালী বিলাকলৈ চা। জঙ্গলৰ মাজে মাজে নেপালী, কিন্তু তই নোৱাৰ। বানত ভাহি, বাঘ হাতীৰ লগত যুজি, তই তিষ্ঠিব নোৱাৰ। তোৰ সেই ধাতু নাই।

থানুৰামে খন্তেক মনে মনে থাকি, চিলিমটো হুপি হুপি মাটিত বগৰাই থৈ, তাৰ ফালে চাই কলে,—

আৰু পাছলৈ তোক নকওঁ। পহিলাবাৰ তোক লগ পাইছোঁ বাবে কৈ থলোঁ। তইঁত যিমানে আহ, সিমানে আমাৰ কাৰণে ভাল, আমাৰ লগ বাঢ়ে। তোৰ বুকৰ পটা আছে, গাত জোৰ আছে। পিছে, এতিয়ালৈ আমাৰ সেইফালৰ পৰা কমেও পাঁচশ ঘৰ মানুহ এইফালে আহিছে। বিস্তীৰ্ণ অঞ্চলটোৰ মাজে মাজে সৰু বৰ গাওঁ। যিমান মানুহ আহিছিল, তাৰ চাৰিভাগৰ তিনি ভাগ মানুহ কিন্তু নাইকিয়া হ'ল। কি হ'ল মোক নুসুধিবি। সিমানবোৰ বেমাৰৰ নাম মই নাজানোঁ। বেজেও নাজানে। আহিছ, থাক। হাত-ভৰি যদি কাটে, দুখত চিঞৰি নিদিবি। চেলেকি দিবি। গৰু ম'হে যেনেকৈ নিজৰ ঘা নিজে চেলেকি ভাল কৰে, তেনেকৈ তইও চেলেকি ভাল হৈ উঠিবি। থাক, আহিছ যেতিয়া।

দূৰে দূৰে থকা সিহঁত তিনিঘৰ মানুহ। নন্দৰাম, থানুৰাম, পানীৰাম। নন্দৰামৰ পৰা পানীৰামৰ ঘৰ প্ৰায় এমাইল দূৰ। মাজতে থানুৰামহঁত। নন্দৰামৰ বাওঁফালে। ওচৰা ওচৰিকৈ দুঘৰ পূৰ্বৰে বাসিন্দা। দুয়োঘৰ কছাৰী, নন্দৰামৰ প্ৰতি তেওঁলোকৰ হিংসাও নাই প্ৰীতিও নাই। গাহৰি কুকুৰা গৰু ছাগলী লৈ তেওঁলোক থাকে। দুটা বলদ, দুটা ম'হ, আৰু এজনী গাইগৰু লৈ নন্দৰাম থাকে। নন্দৰাম অকলশৰীয়া। অকলে থাকে, অকলে বান্ধে, অকলে খায়। খেৰৰ চালৰ তলত সি শোৱে।

সম্মুখত বহল বিশাল পথাৰ। দূৰত নেপালী গাওঁ। নন্দৰামে অক্লান্ত পৰিশ্ৰম কৰে। বলদ হাল আৰু ম'হ হালক আপদাল কৰে। গাইজনীক কোমল ঘাহ খুৱায়। আৰু সময় পালে সি ভবিষ্যতৰ কথা ভাবে। অকলে সি কিমান চহাব পাৰিব। তাৰ নিজৰ গাঁৱত থকা সময়ত সি কেৱল মাত্ৰ মাটিৰ কথা ভাবিছিল। কিবাকৈ যদি সি অপাৰ মাটি পাব পাৰিলে-হেতেন। অকলে সি যে কিমান খেতি অনায়াসে কৰিব পাৰিলে-হেতেন। সেই মাটি আজি সি পাইছে। কোমল ঘাহৰ ওপৰত বহি ওচৰতে ঘাহ খাই থকা গুকুনীৰ ফালে চাই সি নানা কথা ভাবে।

গুকুনীয়ে পোৱালী দিব। দুমাহমানৰ ভিতৰতে দিব চাগে। বাঘৰ কাৰণে ভয়। কিন্তু ম'হ হাল ওচৰত থাকেমানে ভিমান ভয় নাই। ম'হ হালৰ ওচৰৰ পৰা গুকুনীৰ পোৱালী নিয়াটো বাঘৰ কাৰণেও উজু নহয়। দুহাল শিং, কম নহয়। সিহঁতৰ যদি বেমাৰ হয়, সেয়ে ভয়। গৰু ম'হৰ বেমাৰতো লাগিয়ে আছে, জোক, ডাঁহ, বোকা,—চিৰন্তন লাগি আছে। তাৰ গৰুম'হ বোৰ চকা, কাণৰ পৰা খুৰালৈকে মিল্‌মিলীয়া চকা। কতো অকণো বোকা লাগি থকা সি সহ্য কৰিব নোৱাৰে। কোনোবা এদিন সি গাধ এটা লব পৰাহেতেন। নেপালীবিলাকৰ দুই এজনৰ আছে গাধ ঘোৰা। গাধ এটা থকাহলে তাৰ বহুত কামত লাগিলহেতেন।

হব, কোনোবা এদিন হব। এতিয়াই তাৰ পথাৰখনৰ ধানে ঢৌ খেলি আছে। আৰু কিমান দিন? ধানবোৰ পকিব। ধানকটা মানুহ দুই এজন সি লবই লাগিব। পানীৰামৰ ভায়েক এজন এনেয়ে বহি আছে। তাকো লব লাগিব। এইবাৰৰ ধানখিনি সুকলমে চপাব পাৰিলে, অহা বাৰলৈ সি দুগুণ মাটি চহাব, কামকৰা মানুহ ৰাখিব। কেতিয়াবা কেতিয়াবা তাৰ ভাল লাগে, অসম্ভৱ উৎসাহ লাগে। দূৰৰ নেপালী গাওঁখনলৈ যাবলৈ মন যায়। আৰু পথাৰবিলাকৰ মাজে মাজে এনেয়ে ঘূৰি ফুৰিবলৈ তাৰ মন যায়। এটা গাধ থকা হলে, গাধঘোৰা এটা।

শুকুনীয়ে ঘাঁহ খাই খাই দূৰলৈ যায়। তাইৰ দুয়োফালে পেট ভৰি উঠিছে। সি মাতে,—

শুকনী! হেই ছুকনি। ঘূৰি আহ। ঘৰলৈ যাওঁগৈ আহ। বলদ হালৰ আগৰ ঘাঁহখিনি শেষ হলেই কিজানি। কিমান যে খায় তহঁতে। গাইজনী খেদি লৈ সি ঘৰমুৱা হয়। তাই লাহে লাহে গৈ থাকে। কোমল ঘাহপাই বেছিকৈ খালে বোধহয় তাই লৰিবকে নোৱাৰে। নহলে পেটৰ পোৱালীটো ডাঙৰ হৈছে কিজানি। সি আকৌ ভালকৈ থীৰাব নাজানে। ইয়াৰ ভিতৰতে থাপুৰামহঁতৰ ঘৰত শিকি লব লাগিব।

তাৰ ঘৰটোও অলপ ভাল কৰি লব লাগে। অহা বাৰিষা যে এই ঘৰ থাকিব, সন্দেহ। তাৰ বাহিৰে, ঘৰ ভাল নকৰিলে কেনেকৈ হব? বেৰকুৰ দি এদিনতো তাক উপযোগী কৰিবই লাগিব। তাৰ কইনাজনীকতো আনিবই লাগিব। বিয়া কৰোৱাৰ পাছতেই সি শুচি আহিল। ধৰিবলৈ গলে, সি তাইক ভালকৈ দেখাই নাই। তাইকো আনিব লাগিব—তাৰ কইনাজনীক।

সিদিনাখন ৰাতিও নন্দৰামৰ ভাল টোপনি ন'হল। আগ নিশাটো নানা কথা ভাবি থাকোঁতে গ'ল। পথুলি সি দেখিছিল এটা ম'হৰ ভালেমান তেজ গ'ল। ম'হটো পানীত পৰি থাকোঁতে

পানীজোক এটাই তাক পিবলৈ আৰম্ভ কৰিলে, আৰু ধৰিলেগৈ তাৰ নাইটোতে। ম'হটোৱে জিভাৰে চেলেকি, মুখেৰে খুন্দিয়াই কোনোমতে জোকটোক এৰাব নোৱাৰিলে। নন্দৰামে যেতিয়া দেখা পালে তেতিয়া তেজ পি পি জোকটো প্ৰকাণ্ড হৈ উঠিছে। দীঘলে চয় ইঞ্চিতো হবই। সি কাঁচি কটাৰী লৈ কোনোমতে জোকটো এৰুৱাই আনিলে। ভাতখাই উঠি শোৱাৰ পাছত তাৰ আৰু টোপনিয়ে নধৰে। মনত ন্‌-ৰাৰকমৰ চিন্তা। এখি অহা গাওঁখনলৈ তাৰ মনত পৰে। থাকিবলৈ ভাল কিন্তু খাবলৈ একো নাই। মানুহে মানুহ। ইয়াত শুই শুই সি নানা কল্পনা কৰে,— নানাকষ্টৰ কথা আৰু কষ্টৰ পাছত সুখৰ কথা।

শেষনিশা তাৰ টোপনি ভাগি যায়। কাৰোবাৰ কান্দোন যেন শুনিছে। গাৰুৰ পৰা মুৰটো তুলি লৈ সি কাণ পাতি শুনে। কান্দোনেই হব। খাৰ্‌লাৰীহঁতৰ ঘৰত কিবা অপায় হৈছে চাগৈ। সি উঠি আহে। দুৱাৰখন সামান্য মেলি দি সি বাহিৰলৈ চায়। অকণো জোনাক নাই। এন্ধাৰ হৈ ৰাতিটো গহীন হৈ উঠিছে। খাৰ্‌লাৰীহঁতৰ ঘৰত যে ঢিমিক চামাককৈ চাকি এটা জ্বলি আছে, ধৰিব পাৰি। চাকি জ্বলি থকা সেই ঘৰটোত কোনোবাই কান্দিছে, তাত সন্দেহ নাই। বেছি দূৰ নহলেও এন্ধাৰে মুন্ধাৰে, ঘন ইকৰাবিলাকৰ মাজেদি যাবলৈ নন্দৰামৰ সাহ নহয়। তাৰ উপৰিও মাজতে ডুবিটো-নাগিনী। তাত বা আকৌ কিমান পানী। দুৱাৰখনত দাং দি সি আহি আকৌ বিছনাত বাগৰি থাকে। টোপনি আৰু নহয়।

দোকমোকালিৰ লগে লগে সি পশ্চিমলৈ খোঁজ ললে। ডুৰৰ মাত্ৰ তাত মানুহ। নৰেন্দ্ৰ খাৰ্‌লাৰী আৰু সমৰেন্দ্ৰ খাৰ্‌লাৰী। নৰেন্দ্ৰ আৰু সমৰেন্দ্ৰ আপোন ভাই নহয়। নাম দুটাৰ মিল আছে যদিও সিহঁত আত্মীয় নহয়। নন্দৰাম গৈ নৰেন্দ্ৰৰ ঘৰতে উপস্থিত হ'ল। তাক দেখি নৰেন্দ্ৰই বিচুৰ্তি খালে। পমুৱা মানুহ

বোৰৰ কোনেও সিহঁতৰ ঘৰলৈ নাহে, বিপদেই হওক, সম্পদেই হওক। নৰেন্দ্ৰই মুখমেলি এখন্তেক তালৈ চাই থাকিল। নন্দৰামে নিজেই আৰম্ভ কৰিলে,—

কালি নিশা, দোভাগ নিশাৰ পাছত হব, মই কিবাযেন শব্দ শুনিলোঁ। যেন কোনোবাই কান্দিছে। মোৰেই ভুল নেকি তাকো কব নোৱাৰোঁ। কিন্তু মোৰ মনত লাগিছিল, তোমালোকৰ এইখিনিতে কোনোবাই কান্দিছে। ৰাতিয়ে অহাৰ সাহ নহ'ল। এতিয়া ৰাতি পুৱালতেই আহিলোঁ।

নৰেন্দ্ৰই মুখেৰে একো নামাতি ভিতৰলৈ গ'ল। ভিতৰৰ পৰা ঢাৰি এখন আনি নন্দৰামৰ আগত পেলাই দি, কলে,—

বহ।

নন্দৰাম বহিল। নৰেন্দ্ৰই আকৌ এবাৰ ভিতৰলৈ গ'ল, আৰু ধপাত এচিলিম জ্বলাই আনি; তাৰ ফালে আগবঢ়াই দি ক'লে,—

হোঁ।

ধপাত মই নাখাওঁ,— নন্দৰামে কলে,—

নাখায় ? ইস্কুলত পঢ়িছিলি হবপায় ?

অলপ পঢ়িছিলোঁ।

তেনে, এই দেওলগা ঠাইলৈ কিয় আহিলি ?

দেওলগা ? নন্দৰামে সোধে।

দেও লগাইছ তইঁতে। —নৰেন্দ্ৰই উত্তৰ দিয়ে।

দেও লগাইছ যেতিয়া, কেৱল আমিয়ে নমৰোঁ। তইঁতেও মৰিবি। তইঁতৰ দেওভূত বেলেগ, আমাৰ বেলেগ। তথাপিও দেওভূতে বাচ-বিচাৰ নকৰে। আজি মই ইয়াৰপৰা গলোঁ, কিন্তু চাবি মোৰ কথা ফলিয়াব। তইঁতেও ইয়াত সুখেৰে বাস কৰিব নোৱাৰ।

ইয়াৰপৰা যাবা ? নন্দৰামে কয়,

কিয় যাবা ইয়াৰপৰা ? কালি নিশা কি হৈছিল ?

হঠাতে নৰেন্দ্ৰৰ চকুৰপৰা দুটোপ লো ওলায়। ভতালিকে চকুলো মচি, সি কয়,—

আমি যামগৈ আৰু। চাৰিটা ল'ৰাৰ ভিতৰত এতিয়া থাকিলগৈ মাত্ৰ একেটা। কোলাৰ কেচুৱাটো। তাক ধৰাৰ আগেয়ে ইয়াৰপৰা যাম। প্ৰথম আৰু তৃতীয়টো আগেয়ে গ'ল। কালি ৰাতি দ্বিতীয় ল'ৰাটোকো নিলে। ইয়াত আৰু কি লৈ থাকিম, ক'।

তাৰ কি হৈছিল ?

তিনিদিন ধৰি—তাৰ বমি আৰু শৌচ। কিমান কি খুৱালোঁ, বন্ধ নহ'ল। তেনেকৈয়ে গ'ল সি।

আকৌ নৰেন্দ্ৰৰ চকু চলচলীয়া হয়। নন্দৰামে খন্তেক ভাবিলে, তাৰ পাছত কলে,—

দৰৱতো আছে। তিনিদিনৰ ভিতৰত দৰৱ অনাব পাৰিলা-হেঁতেন। কিজানি দৰৱৰ কথা নাভাবিলা। সি নহওক, যোৱা গ'ল। দুখতো তুমি পাইছাই। মইও দুখ পাইছোঁ। সেই বুলি তুমি নাযাবা। বেমাৰ-আজাৰ নোহোৱা ঠাই তুমি ক'ত বিচাৰি পাবা ? পলাই বেমাৰৰ হাত সাৰিব নোৱাৰা। কোনেও নোৱাৰে। পলাবা কিয় ?

নৰেন্দ্ৰ উঠি আহে। সি নন্দৰামৰ হাতত ধৰি চোতালৰ বাহিৰলৈ তাক লৈ যায়। তেতিয়া ৰ'দ উঠিছে। ৰ'দত পথাৰৰ ধানৰ শিহবিলাক জিক্‌মিকাই উঠিছে। নৰেন্দ্ৰই ঢৌ খেলি থকা ধানবোৰলৈ চাই হুমুনিয়াহ পেলায়। সি কয়,

দূৰে দূৰে সিচঁৰতি হৈ থকা সেই গাওঁবোৰ চিনি পাৱ ?

আটাইবোৰ নাপাওঁ,—নন্দৰামে কয়।

কেইখনমান গাওঁ। তাৰ ভিতৰৰ তিনিখনমান নেপালীগাওঁ বাকী কেইখনত আমাৰ মানুহ। মোৰ দৰে।

চাৰিওকালে যিমান দূৰলৈ তই মনিব পাৰ,—নৰেন্দ্ৰই কয়,

মনিব পৰালৈকে এই আটাইখন জাগা আমাৰ আছিল। আমাৰ কছাৰীবিলাকৰ। তইত আহিলি, আমি গলোঁ। গাই গাই বুলিও

আমি তিনিকুৰি ঘৰ মানুহ এই ঠাইখিনিত আছিলোঁ। এতিয়া আছোঁ সমৰেন্দ্ৰ আৰু মই। বাকী মানুহবোৰৰ কিজানি আধা মৰিল, আধা পলাল। পলাই গৈ সিহঁতে তৰিল।

তুমি তেনেকৈ নকৰা,—নন্দৰামে কলে,—

তোমালোকৰ মাটিৰপৰা তোমালোকক কোনেও খেদি দিয়া নাই। এয়াতো এনেই পৰি থকা মাটি। তোমালোকে কোনো দিনেই ইয়াত খেতি কৰা নাছিলা। কিমান ঠাইত বাৰু খেতি কৰিবা, তিনিকুৰি ঘৰ মানুহে? আজি তুমি কিমান মাটিত খেতি কৰা? গৰু ম'হ কেইহাল আছে তোমাৰ? যিমান মাটি তোমাক লাগে, তাৰ চাৰিগুণ বেছি লোৱা। কিন্তু তুমি নাযাবা। মইও থাকিম তুমিও থাকা। তুমি নাযাবা।

এইখিনি ঠাইত নাগিনী বহল আৰু তৰাং। কোনো কোনো ঠাইত বেছ দ। হাবি বননিৰ মাজেদি, পথাৰবিলাকৰ কাষেদি মানুহৰ নঙলাইদি বৈ গৈ গৈ, বৈ গৈ গৈ, নাগিনী মছলপুৰ ওলাইছেগৈ। তাৰ পাছত ক'লৈ গ'ল মানুহে নাজানে। কি দৰ্কাৰ। তিমানেই যথেষ্ট। মছলপুৰ! কিমান দূৰৰ বাট! তিমানেই হ'ব। তাৰ পাছত নাগিনী ক'লৈ গ'ল, জনাৰ কি দৰ্কাৰ! আৰু ভূত পিশাচৰ কথা যেনেকৈ বেছি নজনাই ভাল, নদী-নালাৰ কথাও তেনেকৈ বেছি নজনাই ভাল। যিমানে বেছি জানিবা, তিমানে ভয় খাবা। নাগিনীয়ে বাৰিষা কাঠবোৰ উটাই আনে, পেটত অপৰ্য্যাপ্ত মাছ লৈ আহে আৰু পথাৰ বিলাকত যোজনৰ পাছত যোজন জুৰি পলস পেলাই থৈ যায়। নাগিনী আই মাতৃ। সিমানেই ভাল। কিন্তু নাগিনীৰ কাহিনী আছে, সেই কাহিনীবোৰ শুনিলে নোম ভাল ভাল হয়। গতিকে বেছি নজনাই ভাল। মছলপুৰত নাৱঁত উঠি নাগিনীৰে উজাই আহিবা। ঘৰ পাবা। বেছ।

নন্দৰামে সেইখিনিতে জুৰিটো পাৰ নহৈ—উজাই গৈ থাকে। ব'দৰ তাপ বেছি হোৱা নাই; গৈ থাকি তাৰ ভাল লাগে। বৈথলৰ

দুয়োপাৰে ধানৰ খেত। হাবি বননি কাটি জঙ্গল ছাফা কৰি মানুহে খেতি কৰিছে। দেখিলে ভাল লাগে। কিন্তু কিমান ঠাই? কিমান বিস্তীৰ্ণ ভূমি। কিমান দিনে মানুহে ইয়াৰ অন্ততঃ একাংশ মাটি ভাঙিব? ভাঙি খেতি কৰিব? বহুতদিন, ভালেমান বছৰ।

নালাগিবও পাৰে। আজি এহাত দুহাত মাটি উলিয়াওতে এদিন লাগিছে। ইয়াৰ পাছত ইয়াতকৈ সক্ষম মানুহ আহিব, দা কুঠাৰতকৈ বলবান অস্ত্ৰ আহিব বলদতকৈ বেছি বেগী শক্তি ওলাব, নাগিনীৰ বানত প্ৰলয় নাথাকিব। কোনে জানে?

নন্দৰামে মনতে গুনে,—মই জানোঁ। তামোল গছত উঠি তামোল পাৰিবলৈ যাওঁতে মানুহ পৰি গৈছিল বাবে মানুহে জখলা সাজি লৈছে। কিতাপ পঢ়া মানুহৰ সংখ্যা বাঢ়িলত মানুহে ছপাকল উলিয়াইছে। মানুহ-বস্তু কঢ়িয়াই নিবলৈ ৰেলগাড়ী কৰিছে। ইয়াত এচাম মানুহে অৰিয়াঅৰি কৰি, এহাল বলদ আৰু এখন দা লৈ— যি কৰিলে সেয়া কি নগণ্য! অথচ সেয়া কি বিপুল! আমি আহিলোঁতো।

নন্দৰামে আৰু বেছি আগুৱাই নাযায়। সেইখিনিতে নৈখন পাৰহৈ পথাৰৰ মাজেদি সি গৈ ঘৰ ওলাব। সেই ঠাইতে নৈখন অলপ দ, তথাপি পাৰ হ'ব পাৰি। সি পাৰলৈ আহি দুয়োপিনে চায়। দুয়োপিনে নৈখন তেনেই সৰু যেন দেখি। পানীৰ ওচৰলৈ গৈ সি দেখা পায়, সোঁতটো যেন নায়েই, কেৱল ফেন। গেৰুৱা মাটিৰ বুকুত গেৰুৱা পানীৰ ওপৰত, কিবা এক ৰকমৰ ফেন। বহুতদিনৰপৰা বন্ধ হৈ থকা বগা ফেনখিনিয়ে গেৰুৱা ৰং লৈ যেন ক্ৰমে ক'লা পৰি আহিছে। নাগিনীৰ বগা ফেন বিলাকত গেৰুৱা মাটিৰ ৰংটো ক'লা হৈ উঠিছে।

নন্দৰামৰ মনটো বেয়া লাগে। উঠি উটি গৈ থকা বগা ধুনীয়া ফেনবোৰ, গেৰুৱা হৈ হৈ ক'লা পৰি গৈছে। নৈখন সি পাৰ হয়। পাৰ হৈয়ে দেখা পায়, বহুত দূৰত ধোঁৱা ওলাইছে। ধীৰ মন্থৰ

ধোঁৱা নহয়—তীব্ৰবেগে জুইৰ অঙঠা লৈ আকাশলৈ উঠি যোৱা ধোঁৱা। কাৰোবাৰ ঘৰত জুই লাগিছে। কিন্তু বহুত দূৰত।

নন্দৰামে ঘৰলৈ ওভতে।

লগুৱা এটা ৰখাৰ পাছৰপৰা নন্দৰামৰ বহুতখিনি সুবিধা হৈছে। গৰু ম'হ কেইটাৰ ঘাঁহৰ বাবেও আৰু সি তিমান চিন্তা কৰিব নালাগে। দৰ্কাৰ হ'লে বন্ধাবঢ়া কামখিনিও সিয়ে কৰি দিব পাৰে। তথাপিও শুকুনীৰ যত্ন নন্দৰামে নিজে কৰে। এমাহ মানৰ ভিতৰতে তাইৰ পোৱালী জগাৰ কথা। তাইক বেছিকৈ খুৱাব লাগে, তাইৰ সেৱা-যত্নৰ বেছি দৰ্কাৰ। গোহালীটো সি মেৰামত কৰি পৰিষ্কাৰ কৰিছে। সিহঁতৰ থকা ঘৰটোও আজিকালি পৰিপাটী হৈছে।

আৰু পথাৰত ধানৰ ডিল ওলাইছে। পুৱা গধূলি নন্দৰামে পথাৰে পথাৰে ঘূৰি ফুৰে। কেৱল তাৰ পথাৰতে নহয়, গোটেই-বিলাক পথাৰজুৰি ধানবিলাকে ডিল দিছে। চালে চকু বৈ যায়। ডিল ওলোৱা ধানৰ মাজত ঘূৰি ফুৰি থাকোঁতে নন্দৰামে সিহঁতক দেখিলে। দহ বাৰ জন মানুহ। আটাইবিলাকক সি চিনি নাপায়, কিন্তু থানুৰাম আৰু পানীৰামক দেখামাত্ৰকে সি চিনি পালে।

থানুৰামেই কলে প্ৰথমে,

তোক লগ পোৱাৰ দিনাখনেই মই কৈছিলোঁ নে নাই, যে এইখন ঠাই আমাৰ বাবে নহয়? তই মোৰ কথা নুশুনিলি। ঠিক আছে নুশুনিলি। ঘৰ দুৱাৰ ভাল কৰি ললি, গৰু ম'হ পালিলি, খেতিখালা কৰিলি। এতিয়া পিছে, তোৰ খুকুৰি আছে নে যাঠি আছে? নেপালীৰ লগত, কছাৰীৰ লগত তই কিহেৰে যুজিবি? আৰু যদি যুজিব নোৱাৰ, লৰাছোৱালী সিহঁতক দি, তই পলা।

মানুহখিনি পথাৰতে খালি ঠাই এটুকুৰাত বহে। নন্দৰামে কথাবোৰ বুজি নাপায়। কাৰোবাৰ লগত কিবা এটা অঘটন ঘটিছে বোধহয়। সি মানুহ কেইজনৰ ফালে চায়, আৰু কয়,—

মই বুজিকে পোৱা নাই। মই কিবা অপৰাধ কৰিছোঁ?

থানুৰামে বাধা দিয়ে,

মই লগাইছোঁ নে জগৰ ? তথাপি তাহাঁত মোৰ ওচৰলৈ কিয় আহিছে, তাহাঁতকে নোসোধ কিয় ? অৱশ্যে মোৰেই জগৰ হয়। মই সদায় তইঁতক কৈ আহিছোঁ, তইঁত ইয়াৰপৰা যা। আটাইখন গুচি যা। কাৰণ ইয়াত তিষ্ঠিব লাগিলে খুকুৰিও লাগিব, যাঠিও লাগিব। আৰু তই তো জগৰ নলগাব। কিন্তু তই কছাৰী মানুহ খিৰিক উচটাই দিবলৈ যাব কিয় ? ঠিক আছে, যা। তোৰ যি খুসী তাকে কৰ। কিন্তু বাকী কুৰিঘৰ মানুহৰ কি হয় নহয়, সেইটোও ভাবি চাবি।

একো বুজি নোপোৱাকৈয়ে নন্দৰামে কয়,—

বাৰু তোমাৰ কথাকে মানি লওঁ। আমি আটাইবোৰে ইয়াৰ পৰা গুচি যাওঁ। ক'লৈ যাবলৈ কোৱা তুমি ? মই তো এনে কোনো ঠাই নাজানোঁ। য'ত আপদ আহুকাল নাই, কেৱল সুখ-শান্তি আছে। তুমি যদি জানা কৈ দিয়া আমি যাওঁ গৈ। খুকুৰিও নালাগে যাঠিও নালাগে। তাৰ বাহিৰে খুকুৰি যাঠি তোমাক কিয় লাগে ? ৰণ কৰিবলৈ ওলাইছা নেকি ?

এইবাৰ থানুৰামৰ খং উঠিল। সি বহি আছিল, থিয় দিলে—

ভাল ঠাই বেয়া ঠাই বাচি লোৱাৰ দৰ্কাৰটো কোনখিনিতে ? ইয়াত তইঁতে সৰগত আছ নেকি ? ইয়াতো মৰিবি, আন ঠাইতো গৈ যদি মৰিবহে লাগে, মৰিবি। মৰণৰ ঠাইৰ ভিতৰত ভাল বেয়া কি আছে ? ইয়াত থাকিলে মৰণ ধুৰুপ ; আনঠাইলৈ গলে মৰিবও পাৰ তৰিবও পাৰ। কৈছিলোঁ নহয়, তোৰ মন খাইছে, থাক। কছাৰী নেপালীৰ ছোৱালীকে আনি লৈ গৃহস্থী কৰ। গৈছিলিতো আনিবলৈ নৰেন্দ্ৰৰ ঘৰলৈ। পিছে নানিলি কিয় এজনী ? ক'ত কি হৈ আছে, মই চকুৰ আগতে দেখি আছোঁ। তই চালাক। মোৰ বেয়া লাগে এই হোজা বলিয়াখনৰ বাবে। কুকুৰ মেকুৰীৰ দৰে সিইঁতে মৰিয়েই আছে। হাতীয়ে বাঘে বাৰে খালেও খালে, নেপালী কছাৰীয়ে খালেও খালে।

পানীৰামে কথাটো ফহিয়াই দিবলৈ চেষ্টা কৰে,—

এই থানুৰে মুখ মেলিলে হ'ল আৰু। ক'ৰ কথা ক'ত ওলাব তাৰ আৰু কোনো হিচাবেই নাথাকিব। মই কওঁ শুন। আমাৰ গাওঁবোৰ ইমান দূৰে দূৰে সিচৰতি হৈ আছে হে চিনি পাওঁতে তোৰ সময় লাগিব। আমাৰ এই সৰ্ব্বাক তই কিজানি ইতিপূৰ্ব্বে লগ পোৱা নাই। সৰ্ব্বাহঁততো ইয়াতে থাকে, ইয়াৰ পৰা তিনি চাৰি মাইলৰ বাট। তাহাঁতৰে আত্মীয় কিছুমান আছে দূৰত। কিমান দূৰ হব। এবেলাৰ বাট, ধৰ ন দহ মাইল। তাত কছাৰীও আছে, নেপালীও আছে, ইহঁতো আছে। কাজিয়া পেচাল ক'ত নহয়। মাজে মধ্যে হৈয়ে থাকে। সিদিনাখন তাতেই আমাৰ পাঁচঘৰ মানুহ প্ৰায় সৰ্ব্বস্বান্ত হৈ গ'ল। কাজিয়া কৰি গালা গালি কৰা এটা কথা, আৰু মাৰধৰ কৰি বয়বস্তু কাঢ়ি নিয়া আন এটা কথা।

নন্দৰামে কথাটোৰ অলপমান আভাস পাই সুধিলে,—

কিনো হৈছিল? ভালকৈ বুজাই কোৱাছোন।

এই যে কৈছিলোঁ,—পানীৰামে কৈ যায়।

কৈছিলোঁ নহয়,—সব্বাইতৰ লগাভগা মানুহ তাত আছে। সিহঁত কেবাঘৰো মানুহ। এই সিদিনাখন সিহঁতৰ দুহাল বলদ কছাৰীবিলাকে লৈ গ'ল। সিহঁতৰ ধাননিত ধান খাই থকা বুলি কৈ এৰাল দি থোৱা দুহাল বলদ লৈ গ'ল। বলদ দুহাল লৈ যোৱা মানে ইহঁতৰ জীৱন লৈ যোৱা। গতিকে নানা বাক্‌বিতণ্ডা হ'ল। কছাৰীসকলে কবলৈ ধৰিলে যে আগতে যি হ'ল হ'ল, যি গ'ল গ'ল। আৰু কোনেও ইয়াৰ পৰা নাবায়। ইয়াৰ পৰা উঠি আন ঠাইলৈ নাযাবলৈ আমাৰ মানুহেই সিহঁতক বুদ্ধি শিকাই দিছে। গতিকে সিহঁতে লাগিলে যুজ কৰিব, কিন্তু বলদ ফিৰাই নিদিয়ে। নেপালীবিলাকে হাঁহি হাঁহি ৰং চালে। আমাৰ ভিতৰত কাজিয়া, সিহঁতৰ কি হ'ল। অৱশেষত আমাৰ

হঁইতে দা লৈ খেদি গ'ল, কছাৰী সকলে যাঠি লৈ ওলাই আহিল। ফলত আমাৰ দুজন মানুহ ঘাইল হ'ল। বলদতো গ'লেই। কিন্তু তাতেই ক্ষান্ত নাথাকিল। নিশা আমাৰ দুঘৰ মানুহৰ ঘৰত জুই লাগিল। এই জুই জ্বলাই দিলে কোনে?

মই বুজিলোঁ,—নন্দৰামে কলে;

তোমালোকৰ কথাবোৰ মই শুনিলোঁ। এতিয়া মোৰ কথাখিনি তোমালোকে শুনা। বলদ দুটা গৈছে, আহিব। ঘৰ দুটা পুৰিছে আৰু আমি সাজি লব পাৰিম। আচল কথাটো হ'ল। আমি এতিয়া কি কৰিম? ইয়াৰ পৰা গুচি যাম? মই কিন্তু নাযাওঁ। তোমালোকে আটাইখন গলেও মই নাযাওঁ কাৰণ, কোনো উপদ্ৰৱ নোহোৱা জাগা পৃথিবীত নাই। আৰু ইয়াত যদি থাকোঁ যুঁজ বাগৰ কৰি নাথাকোঁ। সেইবাবে যাঠি খুকুৰিৰ দৰ্কাৰ নাই। নাঙল গৰু থাকিলেই হব। আৰু এই যে কৈছিলা মই উচটাই দিছোঁ,— উচটাই মই দিয়া নাই। কিন্তু খাথলাৰীহঁতক মই কৈছো, যে ইয়াৰ পৰা কোনেও পলাই যাব নালাগে। আমি আটাই বিলাক মানুহ ইয়াত থাকিব পাৰোঁ। আমি যিমান আছোঁ তাতকৈ হেজাৰগুণ বেছি মানুহ থকাৰ সুবিধা ইয়াত আছে। কোনেও ইয়াৰ পৰা যাব নালাগে।

আমাক যদি কোনোবাই মাৰে, মাৰিব নাগিনীৰ বামে, কছাৰী নেপালীয়ে নহয়। মাৰিব বাঘে হাতীয়ে, মহে জোকে, জ্বৰে আৰু হাইজাই। ৰাস্তাঘাট নাই, এককাল পানীত ম'হৰ গাৰীত উঠি জঙ্গলৰ মাজেদি কিমান দূৰ যাবা? দুই কালৰ গছত ওলমি থকা জোক কিমান আঁতৰাবা? আৰু বাঘ হাতী জোক, জ্বৰ বিষ, আমাৰ কাৰণেও আছে, কছাৰীৰ কাৰণেও আছে, নেপালীৰ কাৰণেও আছে।

মই ইয়াতে থাকিম। তোমালোকে যদি যোৱা, যোৱাগৈ মই নাযাওঁ, যুজো নকৰোঁ। কালি ৰাতি পুৱাতেই মই সৰ্কাৰ

লগত ওলাম। বলদ দুহালৰ কি হ'ল, চামগৈ। সেইবোৰ গাওঁ মই দেখা নাই, দেখাও হব। সৰ্ব্বা, তুমি হলে ধনপুৰাতেই ওলাবা। সন্ধিয়াৰ আগতে ঘূৰি আহি আমি ঘৰ পাব লাগিব। কাৰণ বাটত যদি এদল হাতী ওলায়, তেনে কোনো কথা মিটমাট কৰাৰ দৰ্কাৰ আৰু নহব।

দুহাল বলদৰ ভিতৰত এহাল কিন্তু নোলাল। নানা ৰকমৰ বুজনিৰ কোনো ফল নধৰিলে। সৰ্ব্বাৰ মোমায়েকে কপালকে খিয়ালে। কিন্তু তেওঁৰ লৰা গণেশ্বৰে তাৰ দুখৰ কথা নাপাহৰিলে, বলদৰ কথাও নাপাহৰিলে। গণেশ্বৰে বেছ মাৰ খাইছিল। সকলোৱে ভাবিছিল তাৰ এখন হাত চিৰদিনৰ বাবে ঘূণীয়া হৈ গ'ল। হাতখনৰ জোৰ কমিল যদিও, সম্পূৰ্ণ অকামিলা, অৱশ্যে নহ'ল। বলদ হাল বন্ধা খালি ঠাইখিনিলৈ সি প্ৰায়েই যায়, নিজকে নিজে কিবাকিবি কয়, আৰু ঘৰ পুৰি যোৱাৰ পাছত সাজি লোৱা ছালি কেইখনলৈ চাই থাকে। কুৰি বছৰ বয়স তাৰ কেতিয়াবাতেই হৈ গৈছে,—কিজানি এতিয়া একুৰি দুই। তাৰ গাৰ শক্তি বাঢ়িছে, বাঢ়িয়েই আছে।

ধনীৰাম নাৰ্জাৰীয়েও মাৰ খাইছিল। মৰামৰি লাগিলে দুয়ো-পক্ষৰে মানুহৰ আঘাত হবই, স্বাভাবিক কথা। তাৰ ভৰি এখনত এতিয়াও সি সম্পূৰ্ণ বল পোৱা নাই। তাৰ ধাৰণা সি কোনোদিনেই আৰু ভাল মানুহৰ দৰে খোজ কাঢ়িব নোৱাৰিব। হাল বাওঁতে সি নিশ্চয় কষ্ট পাব, কিন্তু মৈ দিব পাৰিব। তাৰ কষ্টৰ কাৰণটো সি নাপাহৰে। এহাল বলদ ক'ত লুকাই থৈ কেনেকৈ অৱশেষত আন ঠাইত বিক্ৰী কৰি দিব পাৰি সি জানে। মাত্ৰ বলদ এহাল? তাৰ নিস্তেজ সোঁ ভৰিখন আৰু এহাল মাত্ৰ বলদ। সি আৰু নানা কথা ভাবে।

গতিকে, নেপালী বস্তিৰ উৎসৱটোৱে, গণেশ্বৰ আৰু ধনীৰামৰ মনত আনন্দ উৎসাহ জগাব নোৱাৰে। নেপালীসকলৰ তিনিদিনীয়া

এটা পৰ্ব্ব। সেই পমুৱা অঞ্চলত পৰ্ব্ব উৎসৱ এটা অমূল্য অবস্তবীয়া বস্তু। বহুত দূৰৰ পৰা মানুহ আহে। কিছুমানে দুদিনৰ বাট খোজকাঢে, এদিনৰ বাট তো ওচৰেই বুলিব লাগিব। মেৰকুছি, শিয়ালমাৰী, টোকোনকটা, মোহেনা, সেই অঞ্চলৰ অগণন বহু বিস্তৃত সৰু সৰু গাওঁ। নানা ঠাইৰ, নানা খেলৰ অকণ অকণ পমুৱা গাওঁ। তাৰপৰা মানুহবোৰ আহে, প্ৰতি গাঁৱৰে পৰা দুজন তিনিজন। কিছুমানে খোজ কাঢে, কিছুমানে ম'হৰ গাৰীত আহে, কিছুমানে নাগিনীৰে নাওঁত আহে।

নেপালী বস্তিৰ তিনিদিনীয়া উৎসৱটো চাবলৈ মানুহ ভৰি পৰে। বাহিৰৰ পৰা অহা মানুহৰ সংখ্যাই কিজানি দুকুৰি হব। ওচৰৰ মানুহতো আছেই। নাঙ্গাবাঈতৰ গাওঁৰ মতা মানুহতো আহেই, ছোৱালীবোৰো আহে, আৰু সিহঁতে নিশালৈ উৎসৱ চাই থাকে। নেপালী বাঁহী বাজে, ঢোল বাজে, বিৰাট দীঘল পেঁপা দুটা বাজে। দীঘল পেঁপা দুটা মাটিত চোঁচৰি যায়। ইমান দীঘল পেঁপাত মুখেৰে ফুঁ দি কেনেকৈ যে সুৰ উলিয়াব পাৰে, ভাবিলে আচৰিত লাগে। একে ধৰণৰ সুৰ বাজি থাকে। একে পেঁপা, একে বাঁহী, একে ঢোল, একে তাল। বাজি থাকে, সময় পাৰ হৈ যায়। এগৰাকী আদহীয়া তিৰোতা আৰু দুজনী সৰু ছোৱালীয়ে নাচে। দুই এজন ডেকাই নাচৰ নামত উচ্ছৃঙ্খলভাবে জপিয়াই দৰ্শকৰ মনত আমোদ দিয়ে। কিন্তু ছোৱালী দুজনীয়ে একাগ্ৰমনে নাচে। সিহঁতৰ চুলিবোৰ বতাহত উৰে, কোমৰত বান্ধি লোৱা ৰঙা কাপোৰখিনি কেতিয়াবা বেছি টান হৈ পৰে, বগা ধূলিবোৰ ভৰিৰ পটাৰপৰা আঠুলৈকে বিয়পি পৰে। আকাশত জোন থাকিলে ৰাতিলৈকে নাচ গান চলে, নাথাকিলে এন্ধাৰ হোৱাৰ অলপ আগতে নাচ গান বন্ধ হয়। গানৰ ভাষা কোনেও বুজি নাপায়, কিহৰ বাবে কাৰ পূজা কোনেও ভাবি নাচায়, আৰাধনাৰ মন্ত্ৰ কোনেও শুনি নাপায়। পেঁপাৰ সুৰ আটায়ে শুনে, ঢোলৰ মাতত আটায়ে নাচে, ধূলিৰে ভৰি

উঠা চাৰিখন অকণি অকণি ভৰিৰ পটা আৰু কোমৰত নাচি থকা দুখনি ৰঙা কাপোৰ আটায়ে দেখে।

নেপালী বস্তিলৈ আহিল যদিও নন্দৰামৰ নাচ গান চোৱা বিশেষ নহ'ল। কিবা এটা চক্ৰান্ত যে গণেশ্বৰৰ মনত আছিল, নন্দৰামে গম পাইছিল। সিদিনাখন উৎসৱৰ তৃতীয় দিন। আবেলি দৰ্শকৰ মনত মহা ৰং, কাৰণ আকাশত মেঘ নাই, ৰাতি জোনাক হব। জোনাকত নাচ চাবলৈ ভাল। নাচনীৰ মুখবোৰ জোনালী হ'ব, দীঘল পেঁপাবোৰে অসংখ্য চাঁৰ ৰূপ লৈ জপিয়াই থাকিব, ভৰিৰ গছকত ধূলিবোৰ কুঁৱলিৰ দৰে ওপৰলৈ উঠি আহিব, বাঁহীৰ সুৰবিলাক যেন বহুত দূৰৰ পৰা বিঙিয়াই আহিব, আৰু আভৰণ-হীন ৰভাখন ইন্দ্ৰৰ সভাৰ দৰে জিলিকি পৰিব। গধূলিৰ লগে লগে ৰাইজে জলকীয়া আৰু পোৰা মাছেৰে ঠাণ্ডা ভাত খাই লৈ আহি শুকান খেৰৰ ওপৰত বহি যাব। মুকলি আকাশৰ তলত জোনাক নিশাৰ সুবুজা সুশুনা গান।

গণেশ্বৰৰ কিন্তু নাচৰ নিচা নাছিল। তাৰ মন আছিল ক'ৰবাত। দুটাকৈ বলদ তাৰ গৈছে, সি থিৰেৰে থাকিব কেনেকৈ? নাৰ্জাৰী-হঁতৰ কেবাজন মানুহক সি দেখিছে মানুহৰ মাজত। ঘৰত চাগে দুই এজনৰ বাহিৰে বাকীবিলাক আটায়ে ইয়ালৈ আহিছে। সি কলগছবিলাকৰ আঁৰে আঁৰে ধাননিৰ মাজ পালে, আৰু নাৰ্জাৰীহঁতৰ গাওঁৰ ফালে আগবাঢ়িবলৈ ধৰিলে। নন্দৰাম হঠাৎ ক'ৰবাৰ পৰা ওলাই তাৰ বাট আগচি ধৰি তাক কলে,—

ব'ল, উভটি ব'ল। তইও জান, বলদ হাল তাত নাই। কোনোবাই যদি উলিয়াব পাৰে, তেন্তে পাৰিম মই। তোৰ মনত যদি আন অভিসন্ধি আছে তেনে বাদ দে। তাৰপৰা একো লাভ নহয়।

আচৰিত কথা যে গণেশ্বৰে মুখেৰে এবাৰ মাতো নামাতিলে। সি নন্দৰামৰ ভৰিৰ পৰা মূৰলৈ চালে, তলমূৰ কৰি কিবা ভাবিলে, আকৌ তাৰফালে চালে। চাওঁতে চাওঁতে তাৰ চকু দুটা ডাঙৰ

হৈ আছিল, কুমৰ শিৰবোৰ কঁপিবলৈ ধৰিলে, দাঁত দুয়োপাৰিৰ শব্দ হ'ল, আৰু অৱশেষত জোনাকত চকুদুটা তিৰবিৰাবলৈ ধৰিলে। কিন্তু সি মুখেৰে নামাতিলে। বহুপৰ তেনেকৈ থাকি সি দুখি আছিল। উৎসৱলৈ সি আৰু নগ'ল, ঘৰলৈ গুচি গ'ল।

পাছদিনাখন আবেলি পৰত, নন্দৰাম পথাৰত থাকোঁতে নন্দৰামৰ থকাঘৰ গোহালীঘৰ দুয়োটা ঘৰতে জুই লাগিল। দুয়োটা ঘৰ সম্পূৰ্ণ পুৰি গ'ল। নন্দৰামে দুখ নকৰিলে। লগুৱাটোৰ সহায়ত গধূলি পৰত খেৰ পাত দি কোনোৰকমে ছালি এখন সজাই ললে। গৰু ম'হ কেইটা বাহিৰতে বান্ধি থলে। খেৰ বাহ জঙ্গল থকা ঠাইত ঘৰ এটা সাজি লোৱা এটা ডাঙৰ সমস্যা নহয়। গতিকে সি অতিপাত দুখ নকৰিলে।

কিন্তু দুখ আছিল আটাইবিলাকৰ বাবে অন্য ফালৰ পৰা। আছিল অকাল বান। দুসপ্তাহ জুৰি নেৰানেপেৰা বৰষুণ হ'ল। নদীনালাবোৰ উপচি পৰিল, ৰাস্তাঘাট বন্ধ হ'ল। জোক সাপ চাৰিও ফালে লিউ লিউ কৈ বিয়পি পৰিল। নাগিনী কেনে ফোটাকাৰে উপচি পৰিল। সোঁতৰ প্ৰবল বেগ হ'ল, সেকুৱা ৰঙৰ পানীবোৰে ঘোলা বগা ৰং ললে, মৰা হৰিণাপোৱালি কুকুৰ পোৱালি পানীত ওপঙি আছিল। আৰু পানীৰ সোঁতত ভাহি ভাহি আছিল সাপবোৰ। নাগিনী পাৰ ভাঙি পথাৰত সোমাল। মানুহৰ খোৱাপানীৰ কেচা নাদ যি দুই এটা আছিল তাক পুতি পেলালে। লাহিৰ মাজেদি, পথাৰৰ মাজেদি ন ন সুঁতিৰ সৃষ্টি কৰিলে আৰু সেকুৱা ৰঙৰ পেটটোত নাগিনীয়ে ঘোলা পানীবোৰ লৈ নাচি নাচি নেপালীবস্তি কছাৰীবস্তি পমুৱাবস্তি আৰু আমবস্তিৰ মাজত সন্ত্ৰাস জগাই দি ক'ৰবালৈ গৈ থাকিল। নাচি নাচি নাগিনী গৈ থাকিল।

হঠাৎ আহি, সাতদিনৰ বাবে থমকি, হঠাতেই বান নাইকিয়া হ'ল। পথাৰৰ পৰা পানী গ'ল, তাত পলসুৱা বোকাবোৰ থাকিল।

ভেকুলী আৰু মাছৰ আশাত বগলিবোৰ জাকে জাকে আহি পথাৰৰ ধাননিৰ মাজত পৰ দিবলৈ ধৰিলে। নাগিনীৰ পেটটো জামবিল, কিন্তু দুয়ো পাৰ জুৰি পৰি থাকিল অসংখ্য গেলা মাছ। আৰু নাগিনীৰ দুয়ো পাৰে গেলা পচা মাছবিলাকৰ ওপৰেদি, বস্তিবিলাকৰ মাজেদি ববলৈ ধৰিলে দুৰ্গন্ধ বতাহ।

নেপালীবস্তিত তিনিদিনৰ ভিতৰত চাৰিটা লৰাছোৱালী ঢুকাল। ভেদবমি আৰু জ্বৰ। এদিনৰ পাছত জ্বৰটো গৈ মূৰত উঠে, দ্বিতীয়দিনাখন আবেলিৰ পৰা বেমাৰী অজ্ঞান হয়, তৃতীয় দিনা মৰে। ভেদবমি যাৰ হয়, সি কথমপি দেড়টাদিন থাকে, তাৰ পাছত মৰে। ডাক্তৰ কবিৰাজ নাই, বনৌষধি বিচৰাৰ সময়কে পোৱা নাযায়। গতিকে মানুহ মৰে। এতিয়াও তিনি চাৰিজনৰ অসুখ। কাক মাতিব, কাৰ পৰামৰ্শ লব। ক'ত পাব দৰব, মানুহখিনিয়ে ভাবি নাপায়। বুঢ়া দুই এজনে পূজা পাতলৰ কথা ভাবে। কিন্তু মনোযোগ দি শুনিবলৈ কাৰো ধৈৰ্য্য নাথাকে। ক'ৰবাত যে দেৱতাৰ দায় লাগিছে এই কথা সকলোৱে বিশ্বাস কৰে। দায়স্খলনৰ উপায় কোনেও বিচাৰি নাপায়। পূজা পাতলৰ আয়োজন কৰিব কোনে? সকলোৱে ভাবে, সিদিনাৰ উৎসবত নচা দুজনী ছোৱালীৰ এজনীক যেতিয়া ইতিমধ্যে মাৰি নিছে, দেৱতাৰ কোপৰ উপশম নোহোৱাৰ কাৰণ কি। যিঘৰ মানুহৰ ছোৱালীটি মৰিল, সেই ঘৰকে ধৰি তিনিঘৰ মানুহ কান্দি কাটি তাৰ পৰা উঠি গ'ল। আন বেলেগ ঠাইলৈ গুচি গ'ল।

গনেশ্বৰইঁতৰ নিজৰে ভাই ককাই পাঁচজন, সাতখন হাল। কাম কৰা মানুহক ধৰি কুৰিজন মানুহে একেলগে ভাত খায়। বিৰাট চহকী পৰিয়াল, যদিও বেলেগে বেলেগে অকণ অকণ পজা বিলাকত সিহঁত থাকে। গনেশ্বৰইঁতৰ ঘৰৰ কেচুৱা ল'ৰা এটি বিদিনাখন ৰাতি জ্বৰত ঢুকাল, সিদিনাখনেই ৰাতিৰ ভিতৰতে সিহঁতৰ ঘৰত কাম কৰা নেপালী কেইজনৰ দুজন

পলাল। তাৰ দুদিনৰ পাছত কাক্কত সক টোপোলা এটি লৈ গণেশ্বৰ নাইকিয়া হ'ল।

নন্দৰাম গ'ল মেৰকুছিলৈ। বিপদত পৰা মানুহৰ ঘৰে ঘৰে যে খবৰ বাতৰি লোৱাটো কৰ্ত্তব্য সি জানে। খবৰ লৈ দুখ পতিয়াই ঘূৰি আহি অসহায় ভাবে চকুপানী টোকাতকৈ, বিপদৰ কিবা প্ৰতিকাৰ কৰিব পাৰিনেকি তাৰ চেষ্টা কৰাটো বেছি প্ৰয়োজনীয়। মেৰকুছিত কবিৰাজ এজন আছে, সি শুনিছিল। গতিকে সি তালৈ গ'ল। স্থিৰ চিত্তে কথাবোৰ শুনি কবিৰাজে কলে,

'তুমি বৰং মহলপুৰলৈ যোৱাগৈ। কাৰণ সিবোৰ অসুখৰ কথা তুমি বৰ্ণালা, সেইবোৰ অসুখ ডক্তালিকে বন্ধ কৰিব পাৰে ডাক্তৰে। মই গৈ কি কৰিম। মই জানো মহলপুৰত ডাক্তৰ এজন আছে, অন্ততঃ এমাহৰ আগলৈকে আছিল। আজিৰ কথা নাজানো। তেওলোকে বেজী দিব, দৰব দিব, ভালহৈ যাব। তুমি তাতে চেষ্টা কৰাগৈ।'

নন্দৰামে কাকুতিৰ সুৰত কলে,

আপোনাৰ কথা মই মানিলো। মহলপুৰৰ কথা মোৰো মনত আছিল। এজন কিয়, পাৰিলে কেবাজনো ডাক্তৰ আনিব লাগে। তেওঁলোকে বেমাৰীক বেজী দিব, যাৰ বেমাৰ হোৱা নাই, তাকো প্ৰতিষেধক বেজী দিব। এদিন আমি থাকেই তালৈ। কিন্তু আজি কোন যায়? যাবলৈ আছে কোন? সকলোৰে ঘৰে ঘৰে অসুখ। খাৰুলাৰীইঁতে পূজাৰ কথা কলে হয়তো মানিব। কিন্তু ডাক্তৰ আনিবলৈ নাযাব। আক দবাচলতে অসুখ নোহোৱা ঘৰ আজি কমেই আছে। গতিকে দহোকুৰি কৈছো, আপুনিয়ে আহক, ম'হৰ গাৰী এখন মই লৈ আহিছো। অতিপাত কষ্ট আপোনাৰ নহয়। মেৰকুছিৰ মানুহে ডাক্তৰ নোহোৱাকৈ আপোনাৰ দৰবৰ গুণতে ভাল হৈ আছে, আমাৰ তাতো হব। আপুনি নাহে মানে আপোনাৰ দবাটিয়েই ইয়াত দৰব পাতি দিব।

*মেৰকুছিৰ মানুহখিনি তেনেই অনাথ নহয়। কিন্তু আমালৈ চাওক, আমি সম্পূর্ণ অনাথ।*

*কবিৰাজ আহিল। বাহ খেৰ পাতেৰে আটোমটোকাৰিকৈ* সৰু এটি ঘৰ, কবিৰাজৰ বাবে সঁজা হ'ল। দুডাল আম গছৰ তলত, অচিনাকী নানা তৰহৰ বনৰীয়া ফুলৰ মাজত, ডিলৰ ভৰত হালি থকা ধানবিলাকৰপৰা অলপ নিলগত, কবিৰাজৰ বাস ভবন আৰু হাস্পাতাল তৈয়াৰ হৈ উঠিল।

কিন্তু কবিৰাজে দৰবৰ টোপোলাবোৰ খুলি সজাই লবলৈ সময় পোৱাৰ আগতে মানুহ আহি ঢলি পৰিল। তেওঁ যিদিনা আহি পালে, সিদিনাই আবেলি, পূবত ৰামধেনু ওলাল। এটা প্ৰাণীও আৰু ঘৰত নাথাকিল। ল'ৰা বুঢ়া আটায়ে বাহিৰ ওলাল। আটায়ে দেখিলে উজ্জ্বল হৈ ৰঙে ৰঙীন হৈ, আকাশত উঠিছে ৰামধেনু। গোটেই পূব দিগন্ত বিয়পি, হেজাৰ বং গাত সানি লৈ নিজৰ ৰঙেৰে আকাশ পৃথিবী জিকমিকাই তুলি, ধানৰ গাত সেউজীয়াবোৰ ঢালি দি, নাগিনীৰ পেটত গেৰুৱাবোৰ সানি দি কবিৰাজৰ চোতালৰ ফুলবোৰত নীলা গোলাপীয়া ৰঙাবোৰ চটিয়াই দি, নাৰ্জ্জাৰী থানুৰাম, জোসীখাখলাৰীইঁতলৈ চাই চাই মিচিকিয়াই হাঁহি বিশাল পাখি মেলি বহি আছে এখন বিৰাট ৰামধেনু।

মানুহবোৰে হাঁহিলে। ৰামধেনুখনলৈ চাই বুঢ়া-বুঢ়ীয়ে ল'ৰা-ছোৱালীয়ে হাঁহিলে। সমৰেন্দ্ৰ খাখলাৰীয়ে হাঁহিলে, যোশী গুৰুৱে হাঁহিলে, পানীৰাম থানুৰামে হাঁহিলে। নন্দৰামৰ ম'হহালে গলৰ টিলিঙাবোৰ বজাই দিলে। শুকুলীয়ে হেম্বেলিয়াই উঠিল।

কবিৰাজৰ ওচৰলৈ বহুত মানুহ আহিল। এটা দিনৰ ভিতৰতে ৰাষ্ট্ৰ হৈ গ'ল যে কবিৰাজ অসাধাৰণ মানুহ। তেওঁৰ চুলিবোৰ দীঘল, দাড়িবোৰ দীঘল। ডাঠ ভুৰুৰ তলত তেওঁৰ চকু দুটাত সদায় বিজুলি চমকি থাকে, সেই চকুৰে তেওঁ মানুহৰ ভিতৰখন পৰ্য্যন্ত দেখা পায়। তেওঁক দেখিলে দৰব খোৱাৰ আগতে যেই

কোনো বেমাৰ ভাল হৈ যায়। সাপে বাঘে তেওঁক বাট এৰি দিয়ে। ওখ বিৰিণাৰ মাজেদি যেতিয়া নন্দৰামে চৈ দিয়া মহৰ গাৰীত তেওঁক লৈ আহিল, বিৰিণাৰ পাতত ওলমি থকা দীঘল দীঘল জোকবোৰ আপোনা আপুনি তলত সৰি পৰিল।

গাধ ঘোৰাত উঠি নেপালী বস্তিৰপৰা মানুহ আহিল। কেবা-দিন ধৰি জ্বৰত ভুগি থকা ল'ৰা এটাকো গাধৰ উদং পিঠিত তুলি ললে। ঘোৰাৰ পিঠিদি দুয়োকালে ওলমি থাকিল দুটা টোপোলা। জহা চাউল, ঘিউ, কল, নানা জাতীয় সব্‌জি, সেই আটাইবোৰ টোপোলাত বান্ধি লৈ কবিৰাজৰ ওচৰলৈ তেওঁলোক আহে। সেয়া হব কবিৰাজৰ দক্ষিণা। সমৰেন্দ্ৰইতো আহে। সমৰেন্দ্ৰই কান্ধত ভাৰ এখন লয়; আৰু ঘৈণীয়েকে হালধীয়া পাৰ্টনি এখন পিন্ধি বোকোচাত নৰীয়া ছোৱা কেচুৱা লৈ তাৰ পাছে পাছে আহে। তেনেকৈয়ে নানা ঠাইৰ পৰা মানুহবোৰ আহে। কিছুমানে দৰবৰ বাবে আহে, আৰু কিছুমানে এনেয়ে কবিৰাজৰ দৰ্শন পাবলৈ আহে।

কবিৰাজৰ চোতালত নিতৌ সভা বহে। যাৰ যি সম্বল থাকে, তাকে আনি কবিৰাজৰ দৰ্শনী দিয়ে। দৰব খায় আৰু নানা দেশৰ নানা কাহিনী শুনে। দৰব খোৱা মাত্ৰকে বহুতৰ বেমাৰ ততালিকে ভাল হৈ যায়। কিছুমান মৰে। মানুহতো মৰিবই, যাৰ যিমান আয়ু। কবিৰাজে বেমাৰ ভাল কৰিব পাৰে, কিন্তু কাৰো আয়ু বঢ়াই দিব নোৱাৰে। সেয়া হ'ল বিধাতাৰ লিখন। কবিৰাজৰ উপদেশ মতে, লঘোন দি, দৰব খাই, পথ্য খাই লাহে লাহে মানুহবোৰ ভাল হবলৈ ধৰে। মানুহবোৰ যেনেকৈ ভাল হয়, তেনেকৈয়ে গৰু-মহবোৰও ভাল হবলৈ ধৰে। ইমানদিনে বানপানীত ওপঙি থাকি বোকাত ডুব গৈ থাকি, সিহঁতবো পেট শুকাই গৈছিল। সিহঁতেও ঘাহ-পানী খাই ভাল হবলৈ ধৰে।

কবিৰাজৰ চোতালত বহি থাকোঁতে কোনোবাই খবৰটো দিলে। যিজনে খবৰটো দিলে সিও আকৌ আনৰ মুখৰ পৰা হে শুনিছে। খবৰটো হ'ল যে মছলপুৰলৈ ট্ৰাক্ আহিছে, এখন নহয় দুখন নহয়, চাৰিখন ট্ৰাক।

থ, থ।—থান্মুৰামে কলে,—

কোনোবাই ভাং খাই সপোন দেখিছে। ট্ৰাক্ বাহু—সেই বোৰ হ'ল আমাৰ দেশৰ কথা। তহঁতৰ এই জঙ্গললৈ আহিব ট্ৰাক্? কোনে কলে অ' তোক এইবোৰ কথা? ট্ৰাক্? ভাল কৈছ, ট্ৰাক্ আহিব এই জঙ্গললৈ?—মছলপুৰলৈ? থৈ দে তহঁতৰ কথা।

কবিৰাজে অৱশ্যে এইবোৰ কথালৈ কাণ নিদিয়ে। তেওঁ বেমাৰী চায়। বেমাৰীৰ নাড়ী পৰীক্ষা কৰে। পেট চায়, চকু চায়, জিভা চায়, দৰব দিয়ে। এইবোৰ কথাত তেওঁ সাধাৰণতঃ যোগ নিদিয়ে। ৰোগী এজনৰ হাতখনত নাড়ী পৰীক্ষা কৰি থাকি, খন্তেক চকু মুদি থাকি, হাত এৰি দি তেওঁ কয়,—

তোৰ দেশখন ক'ত অ' থান্মু?

কিন্তু থান্মুৱে উত্তৰ দিয়াৰ আগতে, আন এজনে কয়,—

থান্মুৰ কথা নকব কবিৰাজ প্ৰভু। থান্মুৰ যে দেশ কোনখন আজিলৈ ঠিক নহ'ল। তাৰ মাক তিনি গৰাকী। থান্মুৰ জন্মৰ পাছত বাপেকে আকৌ দুগৰাকী বিয়া কৰালে; আৰু বিয়া কৰালে বহুত দূৰ দূৰ ঠাইত। গতিকে থান্মুৰ দেশ ঠাৱৰ কৰা টান। থান্মুই নিজেও কৈ দিব নোৱাৰে, তাৰ নিজৰ দেশ কোনখন। আমি কওঁ, তোৰ নিজৰ দেশ এইখন, সি নামানে।

চিলিমটোৰ ধপাতখিনি এক হোপাতে শেষ কৰি, ধোঁৱাবোৰ গিলি পেটৰ ভিতৰলৈ নি, অকণমান ধোঁৱা নাকেৰে বাহিৰ কৰি দি থান্মুৰামে কলে,—

এইখন মোৰ দেশ? এইখন দেশেই নহয়, জঙ্গল। ইয়াত বাঘ ভালুক, সাপ হাতী থাকিব পাৰে। তাহাঁতৰ এইখন দেশ।

এইখন জঙ্গলত মানুহে দেশ পাতিব নোৱাৰে। তইঁত আছ, মইও আছোঁ। ইমানেই।

ক'ৰবাৰ পৰা সমৰেন্দ্ৰই মাত লগালে,—ট্ৰাক্ কি বস্তু? ট্ৰাকৰ কথালৈ তইঁতৰ কাজিয়া লাগে কিয়? ট্ৰাকে কি কৰে? মাটি চহায় নে খান চপায়?

এইবাৰ হে আচল কথা ওলাল,—খানুৱে কয়।

ট্ৰাক কি বস্তু। হয়তো কোনোবাই চাগে এন্ধাৰে মুন্ধাৰে দেখিলে হাতী। হাতীও ডাঙৰ ট্ৰাক্ও ডাঙৰ। গতিকে কৈছে, মহলপুৰলৈ আহিল ট্ৰাক্।

কিন্তু সমৰেন্দ্ৰই এৰি নিদিলে,—

ট্ৰাক কি?—সি আকৌ সুধিলে।

কিন্তু খানুৰাম খাকেঁতে আন মানুহে উত্তৰ দিয়া টান। সিয়ে আকৌ কলে,—

তইতো সদায় অহঙ্কাৰ কৰ সমৰেন্দ্ৰ, যে তই বিয়া কৰাইছিলি ছাৰফাংগুৰিত। ইমান ডাঙৰ ঠাইত বিয়া কৰাইছ, ট্ৰাক্ দেখা নাই?

নন্দৰামে কলে,—

ছাৰকাংগুৰি ক'ত তুমি জানো জানা? তুমি কোৱা, ট্ৰাক্, বাছ—সেইবোৰ তোমাৰ দেশত চলে। চহৰত চলে। এই জঙ্গলখনক যদি তুমি দেশ নোবোলা, ছাৰফাংগুৰিও দেশ নহয়। সেই একে জঙ্গল, একে হাতী, একে বাঘ, একে সাপ। শতৰেকৰ ঘৰত ট্ৰাক ক'বপৰা দেখিব। কিন্তু ট্ৰাক্ যদি মহলপুৰলৈ আহিল, তেনে মহলপুৰলৈ ৰাস্তা আহিল। ট্ৰাক্ অহা মানে, ট্ৰাকেৰে মাটি কঢ়িয়াব, শিলগুটি কঢ়িয়াব, বনুৱা কঢ়িয়াব। কিমান দিন আৰু! মহলপুৰলৈ ৰাস্তা হব। তাৰ পাছত ট্ৰাক আহিব, বাছ আহিব। ম'হৰ গাড়ী বাদ দি মানুহে বাছেৰে আহিব। আমাৰ খানবোৰ ট্ৰাকে লৈ যাব।

থানুৰামে আপোনমনে মিচিকিয়াই হাঁহে, আৰু নতুনকৈ এচিলিম ধপাত জ্বলাই লয়। তাৰ কথালৈ কোনেও কাণ নিদিয়ে, তথাপি সি নিজকে কোৱাৰদৰে কৈ থাকে,—

এৰা, মানুহ মছলপুৰলৈ আহিব বাছেৰে। আহক দে, চাই আছোঁ নহয়। মছলপুৰলৈ বাছ, তাৰ পৰা নাগিনীৰে পালতৰি দিয়া নাও। পালতৰি দিয়া নাও তৰ্‌তৰ্‌কৈ উজাই আহিব। হওক দে, আমিও চাই আছোঁ।

দুদিনমান হ'ল আকাশত শগুণ উৰিছে। নাৰ্জাৰীহঁতৰ বস্তিৰ অলপ দূৰতে এখন ডাঠ হাবি। হাবিৰ ওখ গছকেইডালৰ ওপৰত জাকে জাকে শগুণ পৰেহি, অলপ পাছতে উৰি যায়, আকৌ আহি গছত পৰে। মানুহে ভাবিলে হাবিৰ মাজত বনৰীয়া জন্তু কিবা মৰিছে। কিন্তু লাহে লাহে কিবাকৈ সিহঁতে খবৰ পালে যে তাত মৰিছে দুটা বলদ। মৰাৰ লক্ষণ দেখাৰে পৰা শগুণ উৰিছে আৰু মৰালৈকে বাট চাই আছে। গৰু দুটা মৰি যোৱা মাত্ৰকে শগুণবিলাকে গছ এৰি মাটিত পৰিছে। সকলোৰে বুজিলে বলদহাল কাৰ। কিন্তু জ্বৰত ভুগি, হাইজাত ভুগি মানুহৰ যুঁজ কৰাৰ শক্তি নাছিল। জ্বৰত সাতদিন ভুগি উঠাৰ পাছত গণেশ্বৰৰ ককায়েকৰ হাড় কেইডাল মাত্ৰ বাকী আছিল। নহলে নাৰ্জাৰীহঁতৰ লগত মৰামৰি অনিবাৰ্য্য আছিল।

কিন্তু বলদ দুটা শেষ হোৱাৰ পাছতো শগুণবোৰ ন'গল। মাজে মাজে উৰি উৰি ক'ৰবালৈ যায়, আকৌ আহি ওখ গছবিলাকত বহি থাকে আৰু চাৰিওফালে চাই থাকে। সিহঁতে যেন কিহৰ বাবে অপেক্ষা কৰে। ৰাতি হলে সিহঁতে পাখি জোকাৰে, আৰু জোকাৰণিৰ শব্দ নেপালী বস্তিলৈকে শুনা যায়।

তৃতীয় দিনাখন একেলগে চাৰিটা গৰু মৰিল। নেপালী বস্তিৰ গাইগৰু এজনী, সমৰেন্দ্ৰৰ বলদ এটা আৰু থানুৰামৰ বলদ দুটা, একেদিনাই মৰিল। একে বেমাৰতে আটাইকেইটা গৰু মৰিল।

এদিন সিহঁতে ঘাঁহ নাখায়, পাচদিনাখন গলবিলাক উখহি আহে, তাৰ পাচদিনাখন মুখেৰে ফেন ওলায়, আৰু গৰুবোৰ মৰি যায়। হাবিৰ পৰা লতাপতাৰ দৰৱ আনি পিৰিকঁতে সিহঁতক খুৱাই দিয়ে, আৰু জুই ধৰি গলত সেক দিয়ে। কিন্তু ফল একো নহয়। এটাৰ পাছত এটাকৈ নানা ঠাইত গৰুবোৰ মৰি থাকে। শগুণবোৰে ওখ গছকেইডালত একপ্ৰকাৰ স্থায়ীভাবেই থাঁহ সাজি লয়।

দুদিন পাছত, ৰাতিপুৱাই নন্দৰামে দেখিলে যে জোকে খোৱা ম'হটোৱে এডাল ঘাঁহো মুখত দিয়া নাই। সি ম'হটোৰ ওচৰলৈ গৈ তাৰ মুখৰ আগত দুডালমান ঘাঁহ ধৰি থাকিল। ম'হটোৱে নন্দৰামৰ মুখলৈ এবাৰ চালে, কিন্তু ঘাঁহ মুখত নিদিলে। সি বিবুধি হৈ গ'ল। নেজত ধৰি ম'হটোক সি উঠাই দিবলৈ চেষ্টা কৰিলে, কিন্তু ম'হটোৱে গা লৰাব নোৱাৰিলে। নন্দৰামে ম'হটো শুই থকা ঠাইখিনি ভালকৈ চালে; ঠাইখিনি জেকা হৈ আছে হয়। ম'হটোৱে ঠাণ্ডা পালে চাগৈ। সি কিছুমান ফটাচিটা বস্তা বিচাৰি উলিয়ালে। ম'হটোৰ গাত দিলে উম আহিব কিজানি। সি পিঠিখনত হাত ফুৰাই দিলে। হাতখন দিয়ে সি স্তম্ভিত হৈ গ'ল। ম'হটোৰ পিঠিত, গলত, ঠেঙত—গোটেই গাটোতে গুটি গুটি হৈ কিবা ওলাইছে। বহুত পুৰণা শিমলু তুলাৰ তুলি এখনত যেনেকৈ গুটিবোৰ সিচৰিত হৈ থাকে, তেনেকৈ ম'হটোৰ গোটেই গাতে গুটি। পৰামৰ্শ লবলৈ কোনো মানুহ নাই, ঘৰে ঘৰে গৰু ম'হ মৰিছে। থানুৰামে দুইদিন ধৰি হুক্ হুক্ কৈ কান্দি ফুৰিছে। বাকীবিলাক মানুহবো প্ৰায় তেনে অৱস্থা। নন্দৰামে একো এটা কৰিব নোৱাৰিলে। পানীত মিমৰ দি সেই পানী মহ'টোক দিলে, একো লাভ ন'হল। ম'হটোৱে মুখ মেলাৰিলে। আবেলি ম'হটোৰ চকুৰেদি দুধাৰ চকুলো ওলাল। গধুলি ম'হটো মৰিল।

জুই লাগি ঘৰ পুৰি যোৱাৰ সময়ত নন্দৰামে কন্দা নাছিল। কিন্তু ম'হটো মৰি গলত সি কান্দিলে। জীয়াই থকা আনটো ম'হৰ গলত ধৰি নন্দৰামে পাৰেমাণে কান্দিলে।

তাৰ পাছত এদিন সমগ্ৰ অঞ্চলটোতে সন্ত্ৰাস লাগি গ'ল। গোটেইখন পশ্চিম আকাশ ক'লা পৰি উঠিল। যেন কেবাটাও ক'লা মেঘৰ স্তৰ গোট খাই লৈ পশ্চিম আকাশ ছানি পেলাইছে। আৰু সেই ডাঠ ক'লা মেঘৰ অভেদ্য আৱৰণ এখনে আকাশ ঢাকি পেলাই পূবৰ ফালে গতি কৰিছে। মানুহ অবাক হৈ গ'ল, বিস্ময়ত অভিভূত হৈ গ'ল। এনেকুৱা মেঘ কোনেও কেতিয়াও দেখা নাই। আটাইবোৰ মানুহে ঘৰৰ বাহিৰলৈ আহি পশ্চিমলৈ চাই থাকিল। আকাশ ভৰা মেঘবোৰ আগুৱাবলৈ ধৰিলে। অমঙ্গল আশংকা কৰি মানুহবোৰ আতঙ্কিত হৈ উঠিল। সেয়া বৰষুণৰ মেঘ নহয়, সেয়া কালমেঘ। সমান হৈ উৰি অহা মেঘবোৰে আকাৰ সলাই ললে। কেতিয়াবা দুয়োমুৰে দীঘল হৈ আগবাঢ়িল, কেতিয়াবা মাজৰ ভাগটো আগবাঢ়িল।

তাৰ পাছতে আহিল কিবা এটা অজানা শব্দ। মেঘৰ গৰ্জন নহয়, আন কিবা এটা শব্দ। একেলগে এজাক মৌ উৰি গলে যেনেকুৱা শব্দ হয়, প্ৰায় তেনেকুৱা; কিন্তু তাতোকৈ বহুগুণে তীব্ৰ। যেন গোটেইখন আকাশ উৰা মাৰি মৰতলৈ নামি আহিছে, আৰু আকাশৰ অতিকায় পাখিবোৰৰ শব্দ বতাহত উৰি আহিছে।

চাওঁতে চাওঁতে মেঘবোৰ ওচৰলৈ আহিল, তললৈ নামিল, শব্দবোৰ আৰু বেছি ভয়ঙ্কৰ হৈ উঠিল। মুখ মেলি, চকু থিৰ কৰি চাই থাকোঁতে মানুহবিলাকে দেখিলে সেয়া মেঘ নহয়, সেয়া ফৰিং। জাকৰ পাছত জাক ফৰিংবোৰ আহি ধাননিত পৰিল। মনিৰপথাৰলৈকে পথাৰৰ পাছত পথাৰ ফৰিঙেৰে ভৰপূৰ হৈ গ'ল। প্ৰতিডাল ধানতে হেজাৰ হেজাৰ ফৰিং জপিয়াই পৰিল। ধানৰ গছবোৰ আৰু নেদেখা হৈ গ'ল, কেৱল থাকিল ফৰিং।

মানুহখিনিয়ে একেলগে চাৰিওফালে জুই জ্বলালে। যাঁহ কটি যি পালে তাকে লৈ চাৰিওফালে জুই জ্বলাই থোৱা দিলে। যিখিনি ঠাইত জুইৰ তাপ লাগিল, সেইখিনি ঠাইৰপৰা ফৰিংবোৰ উৰি গৈ ভিতৰ সোমাই আন গছত পৰিল। কিন্তু ধাননিৰ পৰা আঁতৰি নগ'ল। হতাশ হৈ মূৰে কপালে হাত দি মানুহবোৰ বহি থাকিল; কিন্তু যি দানব আহি ধানৰ ওপৰত পৰি, ভৰতে হালিপৰা শিহবিলাক খাবলৈ আৰম্ভ কৰিলে, তাক প্ৰতিৰোধ কৰাৰ কোনো উপায় আৰু ভাবি নাপালে। এচাৰিৰে কোনাই কেইটা ফৰিং মাৰিব পাৰি! অসহায়ভাৱে মানুহখিনি বহি থাকিল; আৰু সিহঁতৰ চকুৰ আগতে যোজন ব্যাপি থকা ধানৰ খেতি তিনিদিনৰ ভিতৰতে ফৰিংবোৰে খাই সম্পূৰ্ণ নিৰ্মূল কৰি দিলে।

ধান গ'ল, শাকনি বাৰীত যিখিনি শাক আছিল সিও গ'ল, ফল ফুলৰ যিখিনি গছ আছিল তাৰ পাতবোৰ গ'ল, থাকিল মঠা হৈ গছৰ ঠাৰিবোৰ ডালবোৰ। মূৰলিত একোণে এটা ম'হ আৰু আনফালে এটা বলদ জুৰি দি সমৰেন্দ্ৰই গাৰীত লামলাকটুখিনি তুলি দি বাটি থকা ল'ৰা-ছোৱালী কেইটা লৈ অন্য ঠাইলৈ যাত্ৰা কৰিলে। নেপালী বস্তিৰ তিনিটা পৰিয়ালৰ বাহিৰে বাকীখিনি ক'ৰবালৈ গুচি গ'ল। নাঙ্গাৰীইতো গ'ল। থাপুথাপে পৰিয়ালৰ আটাইবিলাককে লৈ হাতেমূৰে টোপোলা লৈ প্ৰস্থান কৰিলে, থাকিল মাত্ৰ এজন পুতেক। পানীৰামহঁতৰ কোনো নাথাকিল। দেশ শূন্য হৈ গ'ল।

সিহঁতক বিৰত কৰাৰ সমস্ত চেষ্টা নন্দৰামৰ ব্যৰ্থ হ'ল। সি চিঞৰিলে, কাকুতি কৰিলে, কোনো ফল নহ'ল। পথাৰ উদং হৈ গ'ল, ঘৰবোৰ খালি হৈ গ'ল। পথাৰৰ মাজে মাজে অকলে অকলে সি ঘূৰি ফুৰে। এনেকুৱা মহামাৰী জীৱনত সি কোনোদিনে দেখা নাই। শিহ ওলোৱা ধান আৰু ক'তো এডালো নাই, গাতেৰে সৈতে ধানৰ শিহবোৰ ফৰিঙবোৰে খাই নিঃশেষ কৰি দিছে।

তাৰ পাছতে সি দেখা পায়, অকণি অকণি শিহ নোলোৱা দুই এডাল ধান। কিছুদিন পাছত হয়তো তাৰ পৰাই ওলাব দুই এটা ধান। এতিয়াও কিজানি নতুনকৈ কঠিয়া পাৰি কিছুমান ঠাইত ধান কৰ পৰা হ'ব। শ শ মোন নহওক, দহমোন ধান নিশ্চয় ওলাব। নতুন শাক-পাচলি হব, নতুন ধান হব।

নন্দৰামে পথাৰৰ মাজে মাজে ঘূৰি ফুৰে। কেতিয়াবা কেতিয়াবা সি দুই হাতেৰে মাটিবোৰ তুলি আনি চাই থাকে। ক'লা পলসুৱা মাটি হাতত লাগি ধৰে, এটা সেমেকা গোন্ধ ওলায়। দুহাতৰ তলুৱাত লৈ থকা মাটিখিনি দুভাগ হৈ যায়, যেন কিছু কিছু ঘাম দেখা দিয়ে, সৃষ্টিকামী মাটিখিনি যেন বীজৰ সন্ধানত ক্ষুধাতুৰা হৈ আকৌ ভাগৰতে বিশ্ৰাম লয়। কোমল পৃথিবীৰ কি আতুৰ নিবেদন।

নাগিনী বৈ থাকে। নাগিনী খীণাই গৈছে। দুয়োটা পাৰ আবৰি যিমানবোৰ কোমল ঘাঁহ আছিল, সেই ঘাঁহবোৰ আৰু নাই। বানৰ অন্তত নাগিনীৰ পানী শুকাই গৈ মাজে মাজে পেটটো ওলাই গৈছে আৰু পানী কমি যোৱাৰ বাবে দুয়োটা পাৰ ওখ হৈ পৰিছে। আবৰণহীন দুটা ওখ পাৰৰ মাজত ক্লান্ত হৈ শুই থকা নাগিনীৰ পেটটোৰ একাংশ ওলাই থাকে।

নাগিনীৰ পাৰে পাৰে ভালেখিনি বাট ভটিয়াই আহি এঠাইত নন্দৰাম থমকি ৰয়। সি নৈৰ পানীখিনিলৈ আৰু আকাশলৈ বাৰে বাৰে চায়। আকাশত মেঘ নাই, উত্তাপ নোহোৱা পুৱাৰ সুৰুযটো জিলিকি আছে। আৰু যিখিনি ঠাইতে দক্ষিণলৈ বৈ থকা নৈখনে পশ্চিমলৈ ভাঁজ লৈছে, সেইখিনি ঠাইতে নৈখনৰ পানীৰ ৰংটো গেৰুৱা নহৈ নীলা হৈ পৰিছে। সি পাৰৰ পৰা তললৈ নামি গৈ আকৌ পানীখিনি চায়। সেইখিনিতে নৈখন অলপ দ হয়; কিন্তু পানীখিনি নীলা। নাগিনীৰ গেৰুৱা পানী সেইখিনিতে নীলা হৈ পৰিছে।

নন্দৰামে ঘৰলৈ উভতি আহি দেখে যে তাৰ লগৰ ল'ৰাটোৱে চাৰিওফালে দৌৰি ফুৰিছে। শুকান খেৰ কিছুমান সি কান্ধত লৈ বাৰে বাৰে গোহালীৰ ফালে গৈছে। গোহালীঘৰ এতিয়া আৰু নাই, কিন্তু গৰুবন্ধা ঠাইখিনি আছে। সি নিজেও দৌৰি গৈ দেখিলে শুকুলী জগিছে। তাই পোৱালিটোক চেলেকি আছে, কিন্তু পোৱালিটোৱে থিয় দিব পৰা নাই।

নন্দৰামে কেইটামান জাপ মাৰে, আৰু কয়,

শুকুলী! ওই ছুকুলী! তোৰ পোৱালি হ'ল। কি আচৰিত তই বাৰু ছুকুলী।

বলদ দুটাই আৰু মহটোৱে চাই থাকে। শুকুলীৰ পোৱালিটোলৈ সিহঁত তিনিও চাই থাকে আৰু তাইক সিহঁতে সাহস আৰু উৎসাহ দিয়ে। নন্দৰামে আকৌ চিঞৰি উঠে,—

জান ছুকুলী, এইবাৰ মই মোৰ কইনাজনীক লৈ আহিমগৈ। সচাকৈকৈ, চাবিবাৰু!

বলদ দুটাই ম'হটোলৈ চায়। আৰু ম'হটোৱে লাজতে মূৰটো তললৈ নিওঁতে তাৰ গলৰ টিলিঙাটো বাজি উঠে।

# উপপথ বাওফালে

ডাক্তৰ জীৱনাথে সিদিনা ৰাতিপুৰা হাটবৰৰ নতুন হাস্পাতাল খনত কাৰ্য্যভাৰ গ্ৰহণ কৰিবলৈ আহিছিল। সিদিনা আছিল শুক্ৰবাৰ ডাক্তৰৰ জন্মবাৰ। মাকে তেওঁক কৈছিল, যি বাৰত তোৰ জন্ম হৈছিল, সেইবাৰটো তোৰ কাৰণে সদায় ভাল, আন মানুহে যিয়েই নকওক লাগিলে। জীৱনাথে সুধিছিল,—মা, শুক্ৰ বাৰে তুমি মোক ৰাতিপুৱাতেই জন্ম দিছিলা, নে ৰাতি? উত্তৰত মাকে কৈছিল,—তোৰ জন্ম দোকমোকালিতে হৈছিল, পোহৰ হৈ গৈছিল কিন্তু ৰ'দ উঠা নাছিল। গতিকে ৰাতিপুৱাৰ পৰা ৰাতিলৈকে শুক্ৰবাৰৰ দিনটো তোৰ কাৰণে ভালে। অন্ততঃ মোৰ সেয়ে বিশ্বাস।

শুক্ৰবাৰে ৰাতিপুৱাতেই ছয় বজাৰ বাছত ডাক্তৰ জীৱনাথে যাত্ৰা কৰিছিল। ইমান লৰালৰি হ'ল যে ডাঢ়ি খুৰাওতে বাওখন গালৰ এটুকুৰা ছাল কাটি গৈ তেজ ওলাল। তেজ বন্ধ হ'ল, কিন্তু দাগটো বৈ গ'ল। দুশদহ মাইল দূৰ বাট আৰু বাটত ধূলি। গালৰ দাগটো ডাক্তৰৰ ক'লা পৰি স্পষ্ট হৈ উঠিল। দুটা বজাত ডাক্তৰে হাটবৰ পালে।

হাস্পাতালখন নতুন; ওচৰত থকা গছ পাঁচ জোপা পুৰণি। তিনিদাল আম, এডাল শিলিখা আৰু আনদাল আহঁত। গছ কেই-জোপাৰ কাৰণে হাস্পাতালখন গহীন গহীন যেন লাগে। চৌকিদাৰ জন বুঢ়া। জীৱনাথে নানা ৰকম চেষ্টা কৰিও বুঢ়া চৌকিদাৰক বিশ্বাস কৰাব নোৱাৰিলে যে তেওঁ ডাক্তৰ। কাৰণ জীৱনাথৰ

বয়স পঁচিশৰ বেছি হোৱা নাছিল, আৰু চৌকিদাৰৰ মনত তেওঁ প্ৰায় কেচুৱা। ডাক্তৰ হোৱাৰ বয়স তেওঁৰ হোৱা নাই। আৰু দৰাচলতে তেওঁ এখন হাস্পাতালৰ ডাক্তৰ হৈ আহিছে এই কথাত কোনেও ভোল নাযায়।

মুঠেমাঠে, ডাক্তৰ জীৱনাথে আবেলি তিনিবজাতৈকে ছুটকেস্ হোল্ডল্ আটাইবোৰ লৈ আঁহত গছৰ তলত বিশ্ৰাম লবলগীয়া হ'ল। অথচ সিদিনাখন আছিল শুক্ৰবাৰ তেওঁৰ জন্মবাৰ।

চৌকিদাৰে অৱশ্যে জীৱনাথক চাহ একাপ আনি দিছিলহি। আঁহত গছৰ তলতে দি কৈছিল,—

বোপা, তুমি যে ডাক্তৰ নোহোৱা মই জানো। আৰু হাস্পাতাললৈ আহিবলৈ তুমি বেমাৰীও নোহোৱা। আমাৰ মৌজাদাৰৰ পুতেক তোমাতকৈ কমেও পাঁচ বছৰে ডাঙৰ। অহাবাৰলৈ মেট্ৰিক নে কিবা এটা দিব। তুমি ইয়ালৈ কিয় আহিলা?

জীৱনাথৰ এয়া প্ৰথম চৰকাৰী চাকৰি। চাকৰি নকৰি তেওঁৰ উপায় নাই। পুৰণি গছবোৰৰ মাজৰ নতুন হাস্পাতালৰ নতুন চাকৰি জীৱনাথৰ ভাল লগাৰে কথা। চৌকিদাৰজনৰ ওপৰত তেওঁৰ খং উঠে, কাৰণ তেওঁ বুজিছিল সি সৰল সহজ মানুহ, আৰু দেখোঁতে তেওঁ নিচেই ল'ৰা মানুহ। চাহ কাপ খাই থাকি তেওঁ কয়,—

শুনা ককাই, তুমি পতিয়ন নগলেনো মই তোমাক কেনেকৈ বুজাম? মোৰ লগত নিয়োগপত্ৰ আছে, ইংৰাজীৰে লিখা। মোৰ নাম জীৱনাথ। মই পাছ কৰা ডাক্তাৰ। নহলেনো মই ইয়ালৈ কিয় আহিম?

অলপ সময় বৈ জীৱনাথে আকৌ কয়,—

কিন্তু তোমালোকৰ হাস্পাতাললৈ বেমাৰী নাহে? মইতো অখনিৰে পৰা এটাও দেখা নাই।

চৌকিদাৰজনে ভাবি গুনি কয়,—তুমি যদি ডাক্তাৰ ভালেই হ'ল। আমাৰ মিড্ ওৱাইফ গৰাকী আহি পাব অলপ পাছতে, তিনি বজাত। সচাঁকৈ যদি তুমি ডাক্তাৰ হোৱা মোক বেয়া চেয়া নেপাবা। ডাক্তাৰ থকা ঘৰৰ চাবি তেওঁৰ হাতত আছে। আৰু বেমাৰীৰ কথা যে সুধিছিলা বেমাৰীতো অষ্ট প্ৰহৰ ইয়াত পৰিয়েই আছে। এয়াতো এজন।

জীৱনাথে মন কৰা নাছিল যে লাখুটি লৈ বুঢ়ী মানুহ এগৰাকী তেওঁৰে ওচৰত বহিছেহি। চৌকিদাৰৰ মুখত ডাক্তাৰ নাম শুনিয়েই বুঢ়ীয়ে আৰম্ভ কৰিলে,—

হয়নে বোপা তুমি ডাক্তাৰ ? আমিওতো তাকেই ভাবিছিলোঁ এয়াহেন এখন ৰাইজৰ হাস্পাতাল, ইয়াত ডাক্তাৰ নহলে কেনেকৈ চলিব ? তুমি দেখোন ল'ৰা-ছোৱালী লৈ নাহিলা ? কেইটিনো ল'ৰা-ছোৱালী ?

আপোনাৰ অসুখ কি ? জীৱনাথে সুধিলে।

মোৰনে ? মোৰ কথা নুসুধিবা বোপা। নুসুধিবানো কেলৈ ? কম বুলিয়েতো আহিছো। আজি ভালেমান দিনৰপৰা মোৰ অসুখ। কিজানি চাৰি বছৰ পাৰ হৈ গ'ল। আমাৰ সিজনীৰ কেচুৱাটো হোৱাৰ আগৰে পৰা। আমাৰ মানুহজনে আকৌ বিয়া কৰাইছেতো। অৱশ্যে তুমি আজিহে আহিছা, কেনেকৈনো জানিবা। সিজনীৰ এইটো পাচ নম্বৰৰ ল'ৰা। আটাই মধ্য ল'ৰা। মোৰ ছোৱালীজনীৰ বিয়া হৈ গ'ল কেতিয়াবাতেই। নাতি-পুতি আছে। তাইৰ বেমাৰৰ সময়ত গাওঁখনত মাত এষাৰ দিওঁতা মানুহ নাই—

কিন্তু আপোনাৰ অসুখৰ কথা নকলে,—জীৱনাথে আকৌ কয়।

ক'ম বৰা—বুঢ়ীয়ে কয়। অসুখৰ কথা নকৈ তোমাৰ লগত দুখ-সুখৰ কথা পাতিবলৈ আহিছোনে। আৰু দৰাচলতে যদি তুমি ডাক্তাৰ, তেনে মোক দেখিয়ে তুমি মোৰ বেমাৰৰ কথা জানিব

লাগে। চৌকিদাৰক তুমি খং কৰিলে কি হ'ব, তোমাক ডাক্তাৰ যেন নেদেখি। আমাৰ বুঢ়াও আহিছে, সেয়া দূৰতে বহি আছে। তেওঁৰো অসুখ। যোৱা বছৰৰ পৰা তেওঁৰ কোনবৰ বিষ। বিষ নহৈ কি হ'ব? মই ইমান মানা কৰিলোঁ, মাছ মাৰিবলৈ যাব নালাগে। তথাপি তেওঁ নামানিলে। অৱশ্যে তেওঁক তুমি দোষ দিব নোৱাৰা—

জীৱনাথৰ আৰু ভাল নালাগে। চাই থাকোঁতে তাত ভালেমান মানুহ গোট খালে। আটাইবিলাক আদহীয়া আৰু বুঢ়া-বুঢ়ী। এই বুঢ়া-বুঢ়ীৰ সাধু শুনি ইয়াত যে কোন ডাক্তৰে ডাক্তাৰি কৰিব, জীৱনাথে থিৰ কৰিব নোৱাৰে। তেনেতে নার্স-মিডওৱাইফ গৰাকী আহি ওলাল।

জীৱনাথৰ হাঁহি উঠে। নার্স গৰাকীৰ বয়সো পঞ্চাশৰ ওপৰ হ'ব। চকুত তেওঁৰ চশমা, মুখত অপৰ্য্যাপ্ত পাউদাৰ, পেট, বুকু, কোমৰ আটাইবোৰ বেচ শকত, ভৰিৰ বগা জুটাযোৰ কিজানি ১০ ইঞ্চিমান দীঘল, আৰু অতি গহীন গম্ভীৰ। তেওঁৰ হাতত ক'লা এটি ভাওৰ বেগ। জীৱনাথৰ ওচৰলৈ আহি তেওঁ ক'লে,—

হৰিমনে ক'লে আপুনি আমাৰ হাস্পাতালত জইন কৰিবলৈ আহিছে। মই কিন্তু কোনো খবৰ পোৱা নাই। মই মিচ্ শইকীয়া—কুমুদিনী শইকীয়া।

জীৱনাথে থিয় দি কয়,—মই জীৱনাথ। মোৰ লগত কাগজ-পত্ৰ আছে। আপুনি বেয়া নাপালে আমি ভিতৰলৈ গৈ কথাবাৰ্ত্তা আলোচনা কৰিব পাৰোঁ।

গৈ থাকোঁতে জীৱনাথে সোধে,—

মিছ শইকীয়া, ইয়াৰ বেমাৰীবোৰ প্ৰায়েই এনেকুৱা?

বুজি নাপালোঁ চাৰ! এনেকুৱা মানে?

এনেকুৱা মানে, এনেকুৱা বুঢ়া-বুঢ়ীৰ দল?

বুঢ়াকালতেইতো বেমাৰ বেছি হয়, নহয় জানো চাৰ? আৰু

তাৰ বাহিৰে, ইয়াত এটা,—এটা ৰহস্যৰ দৰে আছে। হৰিমণে আপোনাক একো কোৱা নাই ?

হৰিমনে মোক ডাক্তৰ বুলি গ্ৰাহ্যই নকৰে। —জীৱনাথে কয়। আৰু কৰলৈ সি হয়তো সময় পোৱা নাই। মোৰ এনেকুৱা লাগে যে ইয়াৰ মাত্ৰ হাস্পাতালখন নতুন, বাকী আটাইবোৰ পুৰণি।

অলপ পৰ মনে মনে থাকি মিছ্ শইকীয়াই কয়,—

চাৰ, হৰিমনৰ দোষ নাই। দেখোঁতে আপুনি তেনেই কুমলীয়া ল'ৰা। আপোনাৰ তুলনাত আমি আটাইবোৰ পুৰণি তাত আচৰিত হবলগীয়া কি আছে ?

জীৱনাথে ততালিকে উত্তৰ দিয়ে,—

মই আপোনাক লৈ একো কোৱা নাছিলোঁ। আপুনিতো—

এয়া আপোনাৰ কোৱাৰ্টাৰস্। —মিছ্ শইকীয়াই বাধা দি কয়। হৰিমনক মই পঠিয়াই দিম। সি আপোনাক অলপ সহায় কৰি দিব। সি ৰন্ধা ভাত যদি খায়, তেনে সি কিবাকিবি ৰান্ধি দিবও পাৰে; যদিহে ৰান্ধিবলৈ কিবা আছে। ইয়াৰ পুৰণি ইতিহাস তাৰ মুখৰ পৰাই শুনিব পাৰিব। ইতিমধ্যে মই বুঢ়া-বুঢ়ীৰ দলটোৰ সাধুবোৰ শুনিম।

ক'লা বেগটো হাতেৰে এবাৰ মোহাৰি দি মিছ্ শইকীয়াই দুৱাৰখন জপাই দিবলৈ ধৰোঁতেই জীৱনাথে আকৌ কয়,—

সাধুকথা বুলিলে যেতিয়া, আপুনিও বিশ্বাস নকৰে যে তেওঁলোকৰ কিবা অসুখ আছে।

মিছ্ শইকীয়াই হাঁহিলে নে নাই জীৱনাথে ধৰিব নোৱাৰিলে। কিন্তু দুৱাৰখন জপাই দি যোৱাৰ লগে লগে তেওঁ কৈ গ'ল—

মই ডাক্তাৰ নহওঁ চাৰ, ডাক্তাৰ আপুনি, বেমাৰৰ সন্দেহ আপুনি ল'ব। আৰু আনবিলাক কথাৰ সন্দেহ হৰিমনৰ পৰা লব।

জীৱনাথৰ অলপ অস্বস্তি লাগে। কিবা এটা ৰহস্য আছে কিজানি ক'ৰবাত। চুটকেস আৰু হোল্ডল খাটখনৰ ওপৰতে থৈ, খাটখনতে বহি

তেওঁ চাৰিওফালে চালে। আচৰিত, নতুন ঘৰটোৰ, নতুন বেৰখনত, গজাল মাৰি যিখন কেলেণ্ডাৰ তাত আঁৰি থোৱা আছে, সেইখনৰ ছবিটো বজা পঞ্চম জর্জৰ। জীৱনাথে আৰু থাকিব নোৱাৰিলে,— গাৰ দুখ ভাগৰ পাহৰি, ভোক-পিয়াহ পাহৰি তেওঁ বলিয়া মানুহৰ দৰে ঘেক্‌ঘেকাই হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি তেওঁ উকা খাটখনৰ ওপৰতে দীঘল দি পৰিল। হাহেঁাতে ওলোৱা চকুৰ পানীখিনি মচি তেওঁ চকু মেলি চালে। হঠাৎ আতঙ্কত তেওঁ আকৌ উঠি বহিল। চকু দুটা আকৌ এবাৰ মোহাৰিলে, আকৌ এবাৰ খিৰিকিৰ ওপৰৰ বতাহ সোমোৱা সৰু খিৰিকিখনলৈ চালে। হয়, তেওঁৰ ভুল হোৱা নাই। সৰু খিৰিকিখনৰ সোমাজৰ কাঠদাল মেৰিয়াই আছে এডাল সাপ। তেওঁৰ ফালে চাই জিভাখন মাজে মাজে উলিয়াই সাপডাল তাতে পৰি আছে।

তেওঁ এক দৌৰ দি বাহিৰলৈ যাব খোজোতেই, দুৱাৰখন খুলি গ'ল। দুৱাৰমুখত থিয় দি আছে হৰিমন, তা'ৰ হাতত এপাত বাঢ়নী। জীৱনাথে মুখেৰে মাতিব নোৱাৰিলে, আঙ্গুলিৰে সাপডাল দেখুৱাই দি, তেওঁ হৰিমনৰ ফালে চালে।

ও, সেয়া একো নহয় চাৰ।—হৰিমনে ক'লে। সি থাকেই ইফাল-সিফাল কৰি। ক'ৰবাত ধৰিলে সি ভেকুলী। এতিয়া জিৰাইছে। খন্তেক পাছতে যাবগৈ। ভয় কৰিবলগীয়া একো নাই। আপুনি বিছনাখন খোলে মানে মই পাকঘৰটো অলপ চন্তাই আহোঁ। আপুনি নিজে ৰান্ধিবতো?

হৰিমন!—জীৱনাথে মাতে।—

চাৰ?

তুমি ইয়াত বহুদিন আছা?

বহুদিন হ'ল চাৰ। কিমান বছৰ হব হিচাবেই নাই।

কিন্তু এয়া নতুন হাস্পাতাল নহয় জানো?

ও, চাৰ, ইয়াতেইতো আগেয়ে লোকেলবোৰ্ডৰ হাস্পাতাল

আছিল। খেৰৰ ঘৰ তিনিটা। তাৰে এটাত,—নহয়, এতিয়া সেইবোৰ থাকক। আপোনাৰ পলম হৈছে। আপুনি ৰান্ধিব পাৰিব জানেঁা ?

শুনা হৰিমন। মোৰ ভোক লগা নাই। আৰু ৰন্ধাৰ কথা যে কৈছিলা, কোনোবাই জুই জ্বলাই, কেৰাহী বহাই দি, পানী তপতাই চাউল সিদ্ধ কৰি যদি দিব পাৰে, মই বাঢ়ি লৈ খাব পাৰিম। কিন্তু খোৱাটো পাছৰ কথা। তিনিটা খেৰৰ ঘৰৰ এটাত কি হৈছিল ?

মইও তাকেই ভাবিছিলোঁ চাৰ আপুনি যে নিজে ৰান্ধি খাব পাৰিব মোৰ সন্দেহ আছিল। আপুনি অলপ জিৰাই লওক। বিছনাখন খুলি দিলে মইয়ে পাৰি দিম। ইতিমধ্যে মই পাক-ঘৰটো চাই আহিছোঁ।

হৰিমনে আৰু অপেক্ষা নকৰি ভিতৰলৈ সোমাই যায়। সি নিজকে কৈ যায়,—

মই জানেঁা কম মানুহ দেখিছোঁ ? ধনী, দুখীয়া, ডাক্তাৰ, ইঞ্জিনিয়াৰ, ল'ৰা বুঢ়া দেখি দেখিয়ে বুঢ়া হলোঁহি। মানুহ দেখিলে মই গম নাপাম ? মই কিয়, মোৰ মানুহজনীয়ে,—

জীৱনাথে তাৰ পাছে পাছে পাকঘৰলৈ আহি সুধিলে,—

হৰিমন, তুমি ক'ত খোৱা ? আৰু গধূলি হোৱা মাত্ৰকে খাই লোৱা নেকি ?

আপোনাৰ আৰু হোল্ডল খোলা নহব, চাৰ। মই নিজে খুলি আপোনাৰ বিছনা ঠিক কৰি দিলোঁহেতেন ; কিন্তু ভিতৰত বা আকৌ আপোনাৰ কিতাপ পত্ৰই আছে নে আৰ্চিফণীয়ে আছে ! চাৰ, খোৱাৰ কথা সুধিছিল ? মই ঘৰতে খাওঁ। মানুহ-জনীয়ে সিজাই দিয়ে কেইটামান। এই এটা বস্তু মই শিকিব নোৱাৰিলোঁ চাৰ, বুঢ়া হৈ গলোঁ, মানে এই ৰন্ধাবঢ়া শিকিব নোৱাৰিলোঁ এই মানুহজনীৰ কাৰণে। তাইও বুঢ়ী হ'ল। দোকান-পোহাৰ কৰা বাদ দিলে, কিন্তু ৰন্ধা বাদ নিদিলে।

মিছ্‌ শইকীয়া ইয়াত কিমানদিন আছে হৰিমন?

কোন চাৰ? ও, আমাৰ নাৰ্স বাইদেউ? চাৰ, সঁচা কথা কব লাগিলে, বয়স হোৱাৰ লগে লগে মোৰ মুৰটোত কিবা এটা হৈছে। সিদিনাখন ঘৰৰ মানুহজনীয়ে সুধিছিল, আমাৰ গাইজনী জগিবৰ কেইমাহ হ'ল। আপুনি বিশ্বাস কৰিবনে, মই তাইক কব নোৱাৰিলোঁ।

জীৱনাথ ঘূৰি নিজৰ কোঠাটোলৈ আহে। তেওঁৰ মনৰ অশান্তিবোৰ বাঢ়িবলৈ ধৰে। ইয়াৰ পৰিস্থিতিটো তেওঁৰ অপৰিচিত যেন লাগে। অচিনাকী ঠাইবোৰ এনেকুৱাই নেকি, তেওঁ ভাবে। গাৰ ভাগৰ তেওঁ পাহৰি যায়। মিছ্‌ শইকীয়াৰ ওচৰলৈ গৈ বেমাৰীৰ খবৰ লোৱাটো তেওঁৰ কৰ্ত্তব্য। তেওঁ ক'ত গা ধুব, নিশা কি খাব বা ক'ত খাব সেইবিলাক কথা আৰু তেওঁৰ মনলৈ নাহে। তেওঁৰ ষ্টেথচ্‌কোপ্‌ ডাল চুটকেসৰ ভিতৰতে আছিল। সেই ডাল উলিয়াই কান্ধত লব পাৰিলে নিজকে ডাক্তৰ ডাক্তৰ যেন লাগিব। ঘূৰি চাই দেখে যে তেওঁৰ চুটকেছটো খাটখনৰ ওপৰত নাই। আৰু খাটখনৰ ওচৰতে মাটিতে পৈ দিয়া তেওঁৰ হোল্ডলটোও আৰু তাত নাই।

কিয় জানোঁ, খেৰৰ ঘৰকেইটাৰ কথা জীৱনাথৰ মনত পৰে। 'তিনিটা খেৰৰ ঘৰ, তাৰে এটাত -', তাৰে এটাত কি হ'ল? কিন্তু তাৰ হোল্ডল চুটকেছ ক'লৈ গ'ল? সি মাতিলে,—হৰিমন!

উত্তৰটো আহিল তাৰ ওচৰৰ কোঠাটোৰ পৰা,—

আপোনাৰ বয়বস্তুবোৰ ইয়াতে আছে।

কোনোবা তিৰোতা মানুহৰ মাত। তেওঁ সিটো কোঠালৈ যায়। সিটো কোঠাত দুখন খাট— ; আৰু তাৰে এখনৰ ওপৰত তেওঁৰ চুটকেছ হোল্ডল থৈ দি, কোনোবা তিৰোতা মানুহ এগৰাকীয়ে আনখন খাটৰ ধূলিবোৰ কাপোৰ এখনেৰে মচি আছে। দেখোঁতে মানুহ গৰাকীক বুঢ়ী যেন লাগে। কিন্তু জীৱনাথৰ

*বোধেৰে তেওঁৰ বয়স চল্লিছৰ বেছি হোৱা নাই। শুকাই খীণাই মানুহজনী বুঢ়ী হৈ গৈছে। লাহে লাহে তেওঁ কয়,—*

*অথনিৰে পৰা আপুনি বাহিৰতে আছে ডাক্তাৰবাবু। দিনটো* কিজানি একো খোৱাই নাই। সি পাকঘৰটো চাফা কৰেমানে মই আপোনাৰ বস্তুখিনি ঠিক কৰি থও বুলি ভাবিলোঁ। মই পানী দি থৈছোঁ, আপুনি গা ধুই লওক। ডাক্তাৰবাবু আপুনি ল'ৰা মানুহ, হাটে বজাৰে নাখায় জানোঁ?

তুমি হৰিমনৰ পৰিবাৰ? জীৱনাথে সোধে।

আকৌ নো কি? তেওঁ সংক্ষেপে উত্তৰ দিয়ে।

তোমাক ইয়ালৈ কোনে মাতি আনিলে? মোৰ বিছনাখন মই নিজে পাৰি লোৱাটো ইমান কি ডাঙৰ কথা? আৰু দেখিয়েই ক'ব পাৰি তুমি অসুখীয়া মানুহ।

ডাক্তাৰবাবু, আপুনি খঙাল, নহয়?

জীৱনাথ খাট এখনৰ ওপৰত বহি পৰে। অলপ সময় মনে মনে থাকি কয়,—

এইবোৰ মই ঠিক কৰি লম। তুমি যোৱাগৈ। তোমাক কোনে ইয়ালৈ মাতি আনিলে মই ক'ব নোৱাৰো। শইকীয়া বাইদেউৱে?

হঠাৎ মানুহ গৰাকীয়ে লেতেৰা কাপোৰখন হাতত লৈ জীৱনাথৰ ফালে এবাৰ চালে, আৰু তাৰপিছত দুৱাৰৰ পিনে গৈ, দুৱাৰখনত ধৰি তেওঁৰ পিনে পাছ দি কলে,—

সি মোক কলে—মই পাকঘৰটো পৰিষ্কাৰ কৰোঁমানে তই পাৰ যদি শোৱা কোঠাটো চাফ কৰি দিবি, ল'ৰা মানুহ। মই আহিলোঁ। মাতি দিম?

কাক মাতি দিবা?

এতিয়াই যে ক'লে আপুনি, শইকীয়া বাইদেউক?

শইকীয়াক মাতি দিবলৈ মই কেতিয়া কলোঁ? আৰু তেওঁৰ

নাম লোৱা মাত্ৰকে কিয় ওলাই যাব খুজিছিলা ? তেওঁৰ চাকৰি কৰাৰ কিমানদিন হ'ল, মানে, এই হাস্পাতালত ?

মানুহজনী থুৰি আছিল। তেওঁৰ ফটা-চিটা শাড়ীখনৰ আচলৰ গাঠিটো খুলিলে আৰু তাৰপৰা শুকান পাতেৰে মেৰিয়াই থোৱা অকণমানি কিবা এটা বস্তু উলিয়াই সৰু মেজখনৰ ওপৰত থৈ দি তেওঁ কলে—

ডাক্তাৰ বাবু, আপুনি তেনেই ল'ৰা মানুহ। শুওঁতে আপোনাৰ গাৰুৰ তলত এইখিনি থৈ দিব।

কোঠাটোৰ পৰা ওলাই তেওঁ গুচি যায়। জীৱনাথে তেনেকৈ অলপ সময় বহি থাকে। নাৰ্স শইকীয়া, খেৰৰ ঘৰ, গাৰুৰ তলত লৰলগীয়া দৰৱখিনি, মানুহজনীৰ কি যেন এটা আতঙ্কৰ ভাব,— জীৱনাথ অলপ বিমূঢ় হৈ পৰে। তেওঁৰ হোল্ডলটো খোলা হোৱা নাই, চুটকেছৰ পৰা কাপোৰ উলিওৱা নাই। জীৱনাথ উঠে। চুটকেছ তেনেকৈয়ে থাওক, তেওঁ নিজকে কয়। বিছনাখন উলিয়াই পেণ্টেৰে সৈতে তেওঁ শুই থাকিব। গা ধুবলৈ, খাবলৈ তেওঁৰ ইচ্ছা নাইকিয়া হয়।

তেনেতে মিছ শইকীয়া আহে। লগত আন এজন মানুহ। মানুহজনে সোমাই আহিয়েই কয়,—

মোক বেয়া নাপাব ডাক্তৰ। মই গুৱাহাটীৰ পৰা এইমাত্ৰ আহি পাইয়েই আপোনাৰ ওচৰলৈ আহিছো। অৱসৰ পাবলৈ মোৰ মাত্ৰ দুটা বছৰ বাকী আছে, আৰু মোৰ ঘৰ হাস্পাতালৰ তেনেই ওচৰতে। চৰকাৰে মোৰ অৱস্থা বুজি মোৰ বদলিৰ হুকুমটো নাকচ কৰি মোক ইয়াতেই ৰাখিলে। আপোনালৈ দিয়া অৰ্ডাৰটো মই লগতে লৈ আহিছোঁ। মোক আপুনি বেয়া নাপাব। এইয়া আপোনাৰ অৰ্ডাৰটো।

জীৱনাথে কাগজখন লয়। হয়, তেওঁক জইন্ কৰিবলৈ দিয়া অৰ্ডাৰটো নাকচ কৰা হৈছে। তেওঁ অলপ সময়ৰ বাবে নিৰ্বাক হৈ থাকে।

নতুন ডাক্তৰজনে আকৌ কয়,—

আজি নিশাটোৰ বাবে আপুনি ইয়াতে থাকিব পাৰে, ডাক্তৰ। মোৰ কোনো অসুবিধা নহয়। অৱশ্যে কাইলৈ মোৰ কেইজনমান বন্ধু অহাৰ কথা। কিন্তু কাইলৈ ৰাতিপুৱা আপুনি যোৱাৰ বন্দোবস্ত অনায়াসে কৰিব পাৰিব, দৰ্কাৰ হলে মইও সহায় কৰি দিব পাৰিম।

জীৱনাথৰ কাৰো ওপৰত একো খং নুঠে। লাজ আৰু হতাশত তেওঁৰ মনটো গধূৰ হৈ যায়। কিন্তু তেওঁ ঠিক কৰে। ইয়াত আৰু এখন্তেকো তেওঁ নাথাকে। হোল্ডল আৰু চুটকেছটো তেওঁ লব খুজি ঘূৰি চাওঁতেই তেওঁ দেখিলে হৰিমনে দুয়োটা বস্তু একাল কৰি থৈ ওচৰতে থিয় দি আছে। সি কয়,

সোৱা এইকণহে। বস্তু দুটা মই আপোনাক গেটৰ ওচৰতে দি থৈ আহিব পাৰিম, চাৰ। আপুনি আহক।

হৰিমনৰ ওচৰে ওচৰে গৈ থাকি জীৱনাথে সোধে,—

ৰিক্সা এখন পাম জানো হৰিমন, ৰেলৰ ষ্টেচনলৈ?

আমাৰ ডাক্তৰ চাৰ অহা ৰিক্সাখন তাই ৰাখি থৈ দিছে। গেটৰ ওচৰলৈ গৈ জীৱনাথে দেখে যে হয় ৰিক্সা এখন ৰৈ আছে, আৰু ওচৰতে থিয় হৈ আছে হৰিমনৰ পৰিবাৰ। হৰিমনে তেওঁৰ বস্তু দুটা ৰিক্সাখনত তুলি দি সোধে,—

চাৰ, আপোনাৰ ট্ৰেইন্খনৰ সময় কেতিয়া?

জীৱনাথে দুয়োলৈকে এবাৰ চায়, তাৰ পাছত উত্তৰ দিয়ে, সাড়ে এঘাৰ বজাৰ ট্ৰেইনখন মই অনায়াসে পাব লাগে। এতিয়াও বহুত সময় আছে।

তেওঁ ৰিক্সাখনত উঠিবলৈ এখোজ আগ বাঢ়ি মানুহজনীৰ ফালে চাওঁতেই তাই ওচৰলৈ আহি কয়,—

ডাক্তাৰবাবু, ভালেই হ'ল। আপুনি ইয়াৰপৰা যাব পাৰিলে। এই টোপোলাটোত অকণমান চাটু আছে। ইষ্টিচনত খাবলৈ একো নাপালে, ইয়াকে খাব।

বিকুসাথর্ন ঘূৰি ষ্টেচনৰ ফালে যাবলৈ আৰম্ভ কৰে। তাই আকৌ চিঞৰাৰ দৰে কয়,—

ডাক্তাৰবাবু, টোপোলাটোৰ ভিতৰত ভাজ কৰি থোৱা অকণমান কাগজখিনি নোখোলাকৈ আপোনাৰ জেপত লৈ থব।

জীৱনাথৰ মনত পৰে, সিদিনা শুক্ৰবাৰ, তেওঁৰ জন্মবাৰ।

# সূৰ্য্যৰ দৰে তেজ

জানকীহঁতৰ ঘৰখনক সমাজে নিন্দা কৰে। তথাপিও গাওঁখনৰ প্ৰায় আটাইবিলাক মতা মানুহ তাইহঁতৰ ঘৰলৈ অহাযোৱা কৰে। চেঙেলীয়া ডেকাবোৰ ঘনাই আহে। পুৱাই গধূলি যেতিয়াই পাৰে তেতিয়াই আহি, হয় পিয়াহ লগা বুলি পানী খায়; নহলে বাটৰ অমৰা জোপাৰ পৰা অমৰা পাৰিবলৈ বাৰে বাৰে আহি অনুমতি লয়; নাইবা চোতালেদি বাৰীলৈ গৈ গৰু কোবাবলৈ চেকনি কাটি আনে। সেইদৰে তিনিটা ল'ৰা-ছোৱালীৰ বাপেকৰ পৰা সাতোটা ল'ৰা-ছোৱালীৰ বাপেকলৈ গাওঁৰ বয়সিয়াল মানুহবোৰো আহে। তেওঁলোকে কাম-কাজ শেষ কৰি গধূলিপৰত ইঘৰ সিঘৰকৈ আহি প্ৰায়ে জানকীহঁতৰ ঘৰত উপস্থিত হয়।

জানকীয়ে কেতিয়াবা এচিলিম ধপাত লগাই দিয়ে। নহলে মাকে এখন তামোল দিয়ে। আৰু কেতিয়াবা হয়তো অহাজনেই টঙালিৰপৰা তামোল কটাৰী উলিয়াই তামোল এখন খায়। ইটো সিটো কথা পাতে আৰু লাহে লাহে উঠি যায়। চন্দ্ৰ সূৰ্য্য উঠাৰ দৰে লাহে লাহে ধীৰ গতিৰে জীৱনৰ সোঁত বৈ যায়। ক'তো আঁৰ নেলাগে।

দেখোঁতে যদিও আলস্যপৰায়ণ যেন দেখি, তথাপিও জীৱনৰ মাজেদি এটা সুদৃঢ় শৃঙ্খলা বিৰাজ কৰে। বিভিন্ন ঋতুবোৰ যেতিয়া নানা সম্ভাৰ লৈ তেওঁলোকৰ ওচৰ পায়হি, তেতিয়া তেওঁলোকে প্ৰতিটোকে সম্বৰ্দ্ধনা জনায়, আৰু দৈত্যৰ দৰে শক্তিৰে সেই সকলো সম্পদ আঁজুৰি লয়। দৈত্যৰ দৰে তেওঁলোকে আসুৰিক শক্তিৰ

কামবোৰ শেষ কৰে; অথচ তাৰ মাজতেই তেওঁলোকৰ অনন্ত বিশ্ৰাম। খেতি কৰাৰ সময়ত যেনেকৈ তেওঁলোকৰ সময়ৰ মাটনি নহয়, সমাজৰ নানা বিচাৰ কৰিবলৈ যেনেকৈ তেওঁলোকে সময় উলিয়াই লয়, তেনেকৈয়ে নানা খেল-ধেমালি পূজা উৎসৱ কৰিবলৈকেও তেওঁলোকৰ সময় ওলায়, আৰু গধূলিবেলিকা ইঘৰ-সিঘৰ ফুৰিবলৈও সময় থাকে।

যদিও গাওঁখনৰ প্ৰায় আটায়ে জানকীহঁতৰ পৰবলৈ আছে, তথাপিও সামাজিকভাবে সকলোৱে তেওঁলোকক নিন্দা কৰে। তাৰ এটা কাৰণ আছে। জানকীৰ বায়েক যমুনাৰ বিয়া যোৱাৰ প্ৰায় দেড় বছৰ পাছত তাই বাঁৰী হয়। যমুনাৰ গিৰিয়েকৰ মৃত্যু হয় আকস্মিকভাবে। ঠিক এনেকুৱা অৱস্থাত অঙ্গদ মৰিব পাৰে তাক প্ৰথমতে কোনেও বিশ্বাসকে নকৰিলে।

অৱশ্যে অঙ্গদৰ আচল নাম অঙ্গদ নহয়। তথাপি অঙ্গদৰ আচল নাম যে কি, আজি আৰু কাৰো মনত নাই। ৰাশি গণি গণকে থোৱা নিৰৰ্থক নামবিলাকত গাওঁৰ কোনো মানুহ সন্তুষ্ট নাথাকে। তেওঁলোকে প্ৰত্যেকজনৰে বেলেগ বেলেগ অৰ্থ থকা নাম থয়। বৰং মানুহজনৰ মন আৰু দেহৰ উন্নতিৰ লগে লগে আপোনা আপুনি যেন তাৰ নামটোও গজি উঠে। যমুনাৰ গিৰিয়েকে দলিলত গণকে থোৱা নামটোকে লিখিছিল। শৰাধৰ দিনা পৰাচিত হওঁতে পুৰোহিতে তাৰ নামটো কোৱা শুনিছিল,—

কাশ্যপ ঋষি গোত্ৰস্য শ্ৰীগজেন্দ্ৰৰাম দাসঃ

কিন্তু সকলে জানে সি অঙ্গদ। সেই গাওঁৰ ভিতৰত অঙ্গদে সৰাতোকৈ বলী, সৰাতোকৈ তেজাল। বান্দৰৰ দৰে সি এডাল গছৰ পৰা সিডাললৈ বগাই যাব পাৰে, নাওখেলত আটাইকে পৰাস্ত কৰিব পাৰে, হাতী চলাব পাৰে। গাওঁৰ মানুহে তাৰ নাম দিলে অঙ্গদ। কিন্তু সকলোৱে শুনি বিচুৰ্তিখালে অঙ্গদে বান-পানীত নাও ডুবি মৰিল। সকসুৰা নৈ বিলাক সি সাতুৰি পাৰ

হব পাৰে। সেই অঙ্গদে বানপানীত ডুবি মৰিল। মানুহে বিচুৰ্তি খালে। দৈবৰে বিধান। যমুনাই নিজৰ অদৃষ্টক ধিক্কাৰ দিলে; কিন্তু গোপনে গোপনে এই আশা ৰাখিলে যে বোধহয় তাইৰ গিৰিয়েক মৰা নাই। এনে শকত বাহু, কলাফুল বানপানীত বাৰু কেনেকৈ ডুবিব পাৰে!

কিন্তু অঙ্গদ নিফিৰিল। তাই ছয় মাহৰ পাছত মাকৰ ঘৰলৈ ঘূৰি আহিল।

অথচ এনে সুঠাম যমুনাৰ গাৰ বান্ধ যে তাইক ধৰোঁতা মানুহৰ আকাল নহ'ল। তাই যেন দুফালে মুখ কৰি থকা জোৰা লগোৱা দুপাত ধনু। এপাত ধনুৰ তলত আন এপাত ধনু সম্পূৰ্ণ গুণ টানি, জোৰা লগাই যেন তাইক সৃষ্টি কৰা হৈছে। বুকুত মেখেলা পিন্ধিলে যেনতেন, কোমৰত মেখেলা পিন্ধি গাত চাদৰ লৈ থাকিলে, তাইক দেখা মানুহৰ মূৰ গৰম নহৈ নাথাকে। নানা ঠাইত স্ফিত হৈ অহা তাইৰ গাটো ঢাকি ৰাখিবলৈ তাইৰ নিজৰ গাৰ চালবোৰো যেন চুটি হৈ পৰিছে। আৰু ফলত তাইৰ সমস্ত শৰীৰৰ ওপৰেদি যেন এক প্ৰকাৰৰ উত্তাপ উদ্দীপনা বাগৰি পৰি কিবা ৰং সানি লৈছে।

গতিকে তাইক ধৰোঁতা মানুহৰ আকাল নহ'ল। তাহাঁতৰ নিজৰ গাৱঁৰে অনেকে তাইক আকৌ বিয়া সোমাবলৈ ধৰিলে। কিন্তু যমুনাই কাৰো কথা গ্ৰাহ্য নকৰিলে। কাৰো লগত বিয়া সোমোৱাৰ নামকে তাই নকৰিলে। বেটা-পৌ নাই, ধন-সম্পদ নাই,—তথাপিও যমুনাৰ প্ৰতিজ্ঞা অটল হৈ থাকিল। এনেকুৱা শেল এপাত তাইৰ বুকুত বহিল যে তাইৰ জীৱনৰ আশা চিৰ দিনৰ বাবে লুমাই গ'ল। মানুহবোৰে কিন্তু দোষ দিলে যমুনাৰ মাকক। সিহঁতে নিঃসঙ্কোচে কোৱাকুই কৰিবলৈ ধৰিলে যে যমুনাৰ মাকে যমুনা-জানকী দুয়োকে ঘৰতে ৰাখিব। মাকৰ তাত লাভ আছে। কথাটো একৰকম স্পষ্ট। যি কেইজন মানুহে যমুনাক

ধৰিবলৈ গৈ লাজ পাই আহিছে, সেইকেইজন আজিও সেই ঘৰলৈ যায়। অথচ যুক্তিমতে, লাজ পোৱাৰ পাছত সিহঁত আৰু যাব নালাগিছিল।

এই হ'ল প্ৰথম কাৰণ।

দ্বিতীয় কাৰণটোও তেনে ধৰণৰ। আজি কালি কৰি জানকীৰ সোতৰ বছৰ পূৰ হৈছে। চালে চকুৰোৱা তাইৰ ৰূপ। মিচ্-মিচীয়া ক'লা দাত। তিনি পটাকৈ আচোৰা সেওঁতা, আৰু বুকুত টানকৈ পিন্ধা মেখেলা,—আটাইবোৰে জানকীক লোভনীয় কৰি তোলে। অথচ জানকীৰ বিয়া নহয়। মানুহ আহি আছে গৈ আছে, কিন্তু কাৰো লগত সম্বন্ধৰ ঠিক নহয়। অৱশেষত এদিন এজোৰা ওজা-পালি আহিল। ওজাই আহি জানকীৰ মাকক নানাপ্ৰকাৰে বুজাবলৈ ধৰিলে,—

এইবোৰ হ'ল দেৱতাৰ অনুগ্ৰহ আই। যাৰে তাৰে ভাগ্যত এই সুযোগ নঘটে। জানকী মাইক দেখিয়ে আমি গম পাইছোঁ তেওঁৰ গাত দেৱতাৰ দৃষ্টি পৰিছে। সেই কাৰণে ভাবিছিলোঁ যে জানকী মাই দেওধনি হওক। দহখন গাৱঁৰ মানুহে জানিব। দেবীৰ প্ৰসাদ আপোনাৰ ঘৰত পৰিব, আৰু আপোনাৰ নাম যুগামী হৈ পৰিব।

যমুনাই হাঁহিলে,—

আমাৰ জান্‌কী দেওধনি হ'বলৈ যাব কিহৰ দুখত? বাৰু জান্‌কীৰ ওপৰত দেৱতাৰ দৃষ্টি পৰিছে—আপোনালোকে জানিলে কেনেকৈ?

ডাইনাপালিজনে মাত লগালে,—

তেনে কথা নক'বা মাই। দেৱতাৰ আগত অহঙ্কাৰ কৰিলে দেৱতাই কেৱল ৰূপ চাই সহ্য নকৰে। কিহৰ দুখত দেওধনি হ'ব? ই জানো দুখৰ কথা? মনৰ দুখত ছোৱালীয়ে দেবীৰ দেওধনি হয়, নে হ'ব পাৰে? দেওধনি হ'ব খুজিলেই কোনোবাই

হ'ব পাৰে জানো। যাৰ গাত দেৱতাই আহি ভৰ খাব, তেওঁৰ ভাগ্যৰ কথা তোমাকনো কেনেকৈ বুজাম? আৰু এইযে জনাৰ কথা ক'লা, সিদিনা একে ৰাতিয়ে ওজাকে আৰু মোকে সপোন দেখালে যে, পূবফালে একপৰৰ বাট গ'লে এখন গাওঁ পাবি, তাত এটা সৰোবৰ দেখিবি, সৰোবৰৰ দক্ষিণ পাৰত এডাল বট গছৰ তলতে এজনী ছোৱালী দেখিবি। তেওঁৰ কপালৰ সোঁমাজতে—

ডাইনাপালিৰ কথাৰ মাজতে যমুনাই ক'লে,—

আমাৰ জান্‌কীও সপোন দেখিছে ডাইনাপালি। ভগৱতীয়ে জান্‌কীক সপোনতে ক'লে বোলে,

জান্‌কী! পুহৰ মাহৰ ষোলদিন গৈ সোতৰদিনত সোমাব। প্ৰত্যুষতে দেখিবি যে তহঁতৰ আগৰ সৰোবৰৰ পানী শুকাইছে, পাৰৰ বটজোপাৰ এটা ডাল ভাঙিছে আৰু পাতবোৰ শুকাইছে, ঘৰৰ চালৰ লাউজোপা চালৰ পৰা বাগৰি পৰিছে। আৰু ঠিক সিদিনাই দুপৰবেলিকা তোৰ ওচৰলৈ তিনিজন মানুহ আহিব। তাৰে এজনৰ চুলিবোৰ দীঘল, আন এজনৰ নাকটোৰ ঠিক সোঁমাজতে এটা মাহ, বাকীজনৰ দুয়োকাণতে দুটা ফুটা। তই মোক চিন্তিবি আৰু তাহাঁতৰ কথাত ভোল নাযাবি।

ওজাই বিপদ গণি ডাইনাপালিৰ মুখলৈ চালে। ডাইনাপালিয়ে তপকৈ উত্তৰ দিলে,—

তাকেইতো কৈছোঁ মাই, অলপ হেচপেচতো হ'বই। কিন্তু জানকীৰ গাত যদি ভগৱতী ভৰ নাখাব, তেনে ভগৱতীয়ে জানকীক সপোনকে বা কিয় দেখাব?

এইবাৰ জানকীয়ে নিজে মাত দিলে,—

ভগৱতীয়ে মোক যাবলৈ মানা কৰিছে। মই যাম কেনেকৈ! ভগৱতীয়ে মোক ক'লে—

তই মোক চিন্তিবি, ঘৰত মোৰ আৰাধনা কৰিবি, মোক সেৱিবি। প্ৰতিজ্ঞা কৰ।

মই প্ৰতিজ্ঞা কৰিলোঁ।

ওজাপালি গ'ল। কিন্তু গাঁৱত যমুনা জানকীৰ কুৎসা ৰটি গ'ল। গাঁৱৰ চাৰিজন মানুহ লগ লাগিলেই সেই একে কথা ওলায়,—

যমুনা জানকীয়ে গাঁৱৰ ল'ৰাবোৰক খাব। গাঁৱকো খাব। দেৱতাৰ কোপ নপৰি ক'ত যাব।

কিন্তু সিদিনাই ওজাপালিৰ দলৰ পৰা এজন পালি, ফালি আহিল। তাৰ নাম নৰহৰি। নৰহৰি জানকীহঁতৰ গাঁৱৰে ল'ৰা। কামকাজ কৰিব পাৰে, কিন্তু বুদ্ধি কম। নানা কথা আওপকীয়াকৈ ভাবি, সি গৈ ওজাপালিৰ দলটোত সোমাইছিল; আৰু সিয়ে সিহঁতক দিছিল জানকীৰ খবৰ। আজি বহুদিন ধৰি সি ভাবিছে, কেনেকৈ জানকীক পলুৱাই নিব পাৰি।

আজি বহুদিন আগৰ কথা। তেতিয়া জানকীৰ বয়স এঘাৰ কি বাৰ বছৰ। নৰহৰি পুৱাবেলা হাল বায়, আৰু আবেলি সময়ত জানকীহঁতৰ ঘৰলৈ ফুৰিবলৈ আহে।

এদিন জানকীয়ে নৰহৰিক ক'লে -,

মোক কেইটামান শিলিখা আনি দিব পাৰ মাজুকাকা। তহঁতৰ শিলিখা গছ এজোপা আছে নহয়?

আচৰিত হৈ নৰহৰিয়ে ক'লে,—

শিলিখাৰে কি কৰিবি জান্‌কী? আমাৰ গছততো শিলিখা এটাও নাই।

সি জানকীৰ মুখলৈ চালে। ডিঙিৰ এধানমান মণিডাললৈ চালে, আঁঠুৰ তলৰ পৰা ওলাই থকা উকা ভৰি দুখনলৈ চালে। মাটি লেপি চূণ দি থোৱা সৰস্বতী গোঁসানীৰ মূৰ্ত্তিলৈ তাৰ মনত পৰে। চুলিবোৰ তাইৰ ইতিমধ্যে দীঘল হৈছে। পেটটো লাহে লাহে খীণ হৈ যাব ধৰিছে, পাতল মেখেলাখন সামান্য দুয়োভৰিৰ মাজলৈ ভাঁজ খাই গৈছে। তালৈ চাই থকা তাইৰ চকুহালত যেন তাই কোৱা কথাবোৰ লাগি আছে।

সি আকৌ সুধিলে,—

তোক বাৰু কিমান শিলিখা লাগে ?

বেছি নালাগে,—তাই কয়,—

অলপ কেইটামান হ'লেই হ'ব, একুৰিমান। পাবি জানো ক'ৰবাত ?

নৰহৰিয়ে তাৰ পাছদিনাখন জানকীক শিলিখা আনি দিলে, আৰু প্ৰথমৰ পৰা শেষলৈ তাইক সহায় কৰিলে। জানকীয়ে বস্তুবোৰ যোগাৰ কৰি লয়,—কেইটামান শিলিখা, কেইটামান নেমুটেঙা আৰু কেহৰজিৰ পাত। আটাইবোৰ লগ লগাই খুন্দি ৰ'দত শুকাবলৈ দিয়ে, আকৌ নিয়ৰত দিয়ে, আকৌ ৰ'দত শুকায় আৰু নিয়ৰত দিয়ে। তাৰ পাছত সেইখিনি তাই পিঠাৰ দৰে সৰু সৰুকৈ ভাজে। আৰু দাঁতেৰে কামুৰি মুখত লৈ থাকে। নৰহৰিয়ে দেখে দুদিন পাছতে তাইৰ দুয়োপাৰি দাঁত নিমজকৈ ক'লা হৈ উঠিছে। কিন্তু সিমানতেই শেষ নহ'ল। জানকীয়ে ক'লা বোল লগোৱা দাঁতবিলাকত কাঁয় দিলে। দাঁতবোৰ মিচ্‌মিচীয়া ক'লা হৈ চিক্‌মিকাব ধৰিলে।

প্ৰথমতে নৰহৰিয়ে পাৰেমানে হাঁহিলে, তাৰ পাছত ক'লে,—

সঁচা জান্‌কী। এনেযে ধুনীয়া দেখা হৈছে তোক। তোৰ গাৰ বৰণটো ইমান সুন্দৰ বগা। অথচ তোৰ চুলি ক'লা, ভুৰু ক'লা, দাঁত ক'লা, ডিঙিত ওলমি থকা মণিডাল ক'লা। মহাভাৰতৰ বগা পিঠিৰ ক'লা ক'লা আখৰবোৰৰ দৰে, তোৰ বগা গাটোত ক'লাৰ জিলিকনি।

উপমাটো জানকীৰ বৰ ভাল লাগিল। সিদিনাই ৰাতি তাই মাক আৰু যমুনা বায়েকক কথাটো ক'লে—

মাজু কাকাই কি কয় জান আই ? সি ক'য় বোলে মোৰ চুলি ক'লা, ভুৰু ক'লা, দাঁত ক'লা, মণিধাৰ ক'লা, মহাভাৰতৰ ক'লা ক'লা আখৰবোৰৰ দৰে, বগাৰ ওপৰত ক'লা।

সিদিনা কিন্তু নৰহৰিৰ মনত খেলোৱা নাছিল যে জানকীক পাবৰ বাবে এদিন তাৰ মনত এটা অদ্ভুত লোভ লাগি উঠিব।

ইয়াৰ পাছত যমুনাৰ বিয়া হ'ল, দেউতাকো ঢুকাল। সকলোবোৰ সকবৰ কাজকৰ্মতে নৰহৰি উপস্থিত থাকি সিহঁতক সহায় কৰিলে। কিন্তু কোনো সময়তে জানকীৰ প্ৰতি তাঁৰ আকৰ্ষণ নহ'ল। একে গাঁৱতেই যদিও ঘৰ, নৰহৰিহঁতৰ ঘৰ বেছ দূৰ। সেইবাবে সহজতে জানকীৰ লগত তাৰ দেখা নহয়। আৰু সৰুৰে পৰা দেখি থকা জানকীৰ দেহৰ পৰিবৰ্তনবোৰ সি দেখিও যেন নেদেখে।

নৰহৰিৰ গাত যথেষ্ট বল আছে,—কিন্তু সি সুপুৰুষ নহয়। তাৰ ককায়েকহঁতৰ পুষ্ট অঙ্গবিলাকৰ তুলনাত তাক বৰঞ্চ নিশকতীয়া যেন দেখি। তাৰ উপৰিও, এখন গালত তাৰ আছে নোমাল এচপৰা ক'লা দাগ, এখন কাণত এটা ডাঙৰ বিন্ধা আৰু বাউসীত এটা ডাঙৰ মাদুলী। আন কথা বাদ দিলেও এই ডাঙৰ মাদুলীটো জানকীয়ে যে ভাল নাপায়, সি জানে। আন পক্ষে নৰহৰিহঁত চহকী মানুহ। তাৰ দুজন ককায়েকে খেতি কৰে। বাপেক বিশকৰমৰ কামত অতি পটু। শুমলীয়া ভায়েকজন মৰাৰ পাছত সিয়ে সবাতো সৰু। তাৰ একো লেঠা নাই। কাম বন কৰিলে কৰিলে, নকৰিলে নাই। আত্মীয় কুটুম্ব য'ত যিমান আছে, তেওঁলোকৰ খবৰ বাতৰি লোৱাই তাৰ প্ৰধান কাম।

এটা ঘটনাই এই নৰহৰিৰ জীৱনত তোলপাৰ লগাই দিলে। তেতিয়া সৰিয়হবোৰ ফুলিছে। বিস্তীৰ্ণ পথাৰ জুৰি কুমলীয়া সেউজীয়া পাতৰ সৰিয়হ, আৰু মূৰত অপৰ্য্যাপ্ত হালধীয়া ফুল। আজি কেইদিনমান ধৰি নৰহৰিয়ে সৰিয়হৰ কাষে কাষে ঘূৰি ফুৰে। ৰাতি হ'লে সৰিয়হৰ পথাৰলৈ পালে পালে হৰিণাপহুবোৰ আহে। সৰিয়হ ফুলৰ গোন্ধে পহুবোৰক মতলীয়া কৰি তোলে। সিহঁতে হাবিৰ মাজৰ পৰা ওলাই আহি জোনাকৰ পোহৰত জিলিকি থকা কুমলীয়া সৰিয়হবোৰ খাই শেষ কৰে। এনেকুৱা এখন পথাৰ সি বিচাৰে যিখনলৈ পহুবোৰ ঠিক আহিব, কিন্তু

লগতে বাঘ অহাৰ সম্ভাৱনা কম। দিনত নৰহৰিয়ে ঘূৰি পকি এনেকুৱা ঠাই বিচাৰি ফুৰে, যত ফান্দ্ পাতিলে পছু ফান্দত পৰিব।

নৰহৰিয়ে সদায় এই পথাৰবোৰ দেখি আছে। তথাপি পথাৰ ওলালেই তাৰ মনটো আনন্দত নাচি উঠে। যিমান দূৰলৈ তাৰ চকুৱে মণিব পাৰে, সিমান দূৰলৈ কেৱল সৰিয়হৰ খেতি। অলপ দূৰলৈ পূবফালে পাগলাদিয়া নদী। নদীৰ দুয়োপাৰে যোজনৰ পাছত যোজন জুৰি এই সৰিয়হ আৰু হালধীয়া ফুল। গোটেইখন পৃথিৱীৰ গাত অপৰূপ ৰং। ৰাতিটোৰ ভিতৰতে ৰং সলাই পুৱা হ'লে পৃথিৱীয়ে আকৌ এটা নতুন ৰং সানি লয়। মাটিৰ মহিমাই সিহঁতৰ জীৱনত আশ্বাস দিয়ে, আনন্দ দিয়ে, সিহঁতক আকুল কৰে।

নিজৰ অতৰ্কিতে নৰহৰি বহি পৰে। বতাহত চাৰিওফালৰপৰা অদ্ভুত গোন্ধ ভাহি আহে। প্ৰতি বছৰে সিহঁতে সৰিয়হৰ খেতি কৰে, তথাপি তাৰ ধাৰণা হয় আজিৰ এই গোন্ধ সম্পূৰ্ণ নতুন। তাৰ ইচ্ছা হয়, আৰু যেন সি ঘৰলৈ উভতি নাযায়। যেন এই মন হৰি নিয়া ৰং আৰু গোন্ধৰ মাজত সি শুই থাকিব। আজি বোধহয় সৰিয়হৰ গোন্ধ গোটেই পৃথিৱীতে বিয়পি পৰিছে। বোধহয় নৈৰ পানীতো ওপঙি গৈছে এই গোন্ধ। নদীৰ পানীত পৃথিৱীৰ মাটিত, গছৰ পাতত, বতাহত, আকাশত, পাহাৰত, ভৈয়ামত চাৰিওফালে এটা অদ্ভুত গোন্ধ যেন উৰি ফুৰিছে। পৃথিৱীৰ গাৰ গোন্ধত পৃথিৱী নিজেই যেন অচেতন হৈ শুই পৰিছে। আৰু ৰ'দত জিলিকি থকা এই সৰিয়হৰ পাত ফুলৰ ওপৰত মাজে মাজে আহি পৰিছে শুকুলা মেঘৰ ছাঁ।

এই ছাঁবোৰৰ খেলা চাই নৰহৰিৰ ভাল লাগে। তাৰ মূৰৰ ওপৰেদি উৰি আহি ছাঁবোৰ সৰিয়হৰ ওপৰত পৰে, আৰু ক্ষিপ্ৰবেগে আগুৱাই গৈ, নৈখন পাৰ হৈ, সিপাৰৰ সৰিয়হ পাৰ হৈ, বহুত দূৰত ক'ৰবাত অদৃশ্য হৈ যায়। হঠাৎ এচপৰা মেঘ আহে, ছাঁ পেলাই আকৌ নাইকিয়া হৈ যায়।

নৰহৰি মুখ তুলি ওপৰলৈ চায়। আকাশখন পৰিষ্কাৰ হৈ গৈছে, টুকুৰা মেঘবোৰ আৰু নাই। সি বায়ুকোণলৈ চায়। সেই কোণত ক'লা মেঘবোৰ জমা হ'বলৈ আৰম্ভ কৰিছে। তাৰ মনটো অলপ বেয়া লাগে। ইমান সোনকালে এই অমঙ্গলীয়া বায়ুকোণত মেঘ জমিবৰ হ'ল জানো? সি আকৌ এবাৰ চায়। অলৰ অচৰ ডাঠ গাঢ় ক'লা মেঘবোৰৰ ভিতৰত কিবা এটা পৰাক্ৰান্ত শক্তি সোমাই মেঘবোৰক যেন অস্বাভাৱিক ৰকমে ফুলাই তুলিব ধৰিছে।

নৰহৰিয়ে নদীৰ পাৰৰ বাটটো এৰি, সৰিয়হৰ মাজৰ সৰু আলি এটাৰে যাবলৈ আৰম্ভ কৰে। অকস্মাৎ তাৰ মূৰৰ ওপৰেদি এডোখৰ ছাঁ উৰি আহি তাৰ সম্মুখত সৰিয়হৰ ওপৰত পৰে; আৰু ক্ৰমে আগুৱাবলৈ ধৰে। নৰহৰি নিজেও ছাঁ খিনিক লগ পাবলৈ আগুৱাই যায়। কিন্তু হঠাৎ ছাঁটো দ্ৰুতবেগে আগুৱাই যায়, আৰু অলপ দূৰত অদৃশ্য হৈ যায়। যিখিনি ঠাইত ছাঁটো অদৃশ্য হৈ গ'ল, ঠিক সেইখিনিতে স্পষ্টভাবে নৰহৰিয়ে দেখিবলৈ পালে, সৰু ল'ৰা এটাৰে সৈতে জানকী। জানকীয়ে আলি এটাৰ ওপৰত গাৰ তেলাছখন থৈ দি হালি সৰিয়হৰ অকণ অকণ পুলিবোৰ তুলি আছে। হালি থকা বাবে টানকৈ পিন্ধা মেখেলা খনৰ ওপৰৰ বুকুখিনি ফুলি উঠিছে। ফুলি উঠা বগা বুকুখনিয়ে যেন সৰিয়হৰ হালধীয়া বৰ্ণৰাগ শুহি ল'ব ধৰিছে।

নৰহৰি স্তম্ভিত হৈ যায়। তাৰ ধাৰণা হয় যেন এতিয়াই তাৰ মূৰৰ ওপৰেদি মেঘৰ ক'লা ছাঁৰ আঁৰত লুকাই লুকাই উৰি আহিছে এই জানকী। যেন আজি প্ৰথম সি তাইক দেখিলে। গাত বিশেষ আভৰণ একো নাই। মূৰত তিনিপটীয়া সেওঁতা হাতত দুপাত দুপাত ৰূপৰ চুৰী; আৰু গাত মাত্ৰ এখন মেখেলা। ৰ'দৰ পোহৰ মেখেলাখন ভেদ কৰি যায়।

নৰহৰি ওচৰলৈ গৈ মাতে,—

জানকী!

তাই সাপ দেখাৰ দৰে চক্ খাই উঠে ; আৰু তাৰাতাৰি গৈ তেলাছখন গাত লয়। সি আকৌ সোধে,—

কুমলীয়া সৰিয়হতো আৰু নাই জান্‌কী। ফুলা সৰিয়হেৰে কি কৰিবি ?

জানকীয়ে তাৰ মুখলৈ চালে আৰু ক'লে,—

তুমি ইয়ালৈ কিয় আহিলা ?

মই ?—সি কয়,

মই আহিছিলোঁ চাবলৈ, পছু ধৰিবলৈ ফান্দ ক'ত পাতিব পাৰি। ইমানযে পছু ওলায় সৰিয়হৰ মাজত, তই হ'বপায় নাজান ?

নাজানিম কেলৈ ?—তাই কয়,

তুমি নিদিলা বুলি আন কোনেও আমাক পছু নিদিয়ে হ'বপায় ? এই কেইদিন প্রতি সাজতে আমি পছু খাইয়ে আছোঁ।

নৰহৰিয়ে জানে জানকীয়ে মিছা কোৱা নাই। সিও বহুদিন ভাবিছিল যে জানকীলৈ মঙহ অলপ লৈ যাব। কিন্তু নিব নোৱাৰিলে যমুনা থকাৰ বাবে। ৰাটত যদি কোনোবাই সোধে— কিহে, যমুনালৈ ভেটি নিছা হ'বপায় ? তেনে সি একো এটা উত্তৰ ভাবি নাপাব। কেৱল তাৰ লাজ লাগিব। অথচ তাৰ চকুৰ আগতে কিমানে গৈ দি থৈ আহে, সি জানে।

সি উত্তৰ দিলে,—

এইবাৰ আমাৰ ফান্দত বেছি পছু পৰাই নাই জান্‌কী। হঠাৎ দুই এটা পৰে। জানইতো ডাঙৰ কাকাৰ আকৌ শহুৰেকহঁতলৈ যি টান !

তাই গহীন হৈ কয়,—

এৰা, তোমাৰ শহুৰৰ ঘৰ নাই যেতিয়া তুমি আৰু কাক দিবা ?

নৰহৰিৰ গাটো শিয়ৰি উঠে। তাৰ মনত অলপ সাহসবো সঞ্চাৰ হয়। উত্তেজনাত তাৰ মাতটো অলপ কঁপি উঠে,-

জান্‌কী !

জানকীয়ে কি যেন বুজি পায়। তাই নৰহৰিৰ মুখলৈ চাই হাঁহে। ততালিকে গম্ভীৰ হয়; আৰু ল'ৰাটোক মাতি ঘৰলৈ খোজ লয়। সি গৈ বাট ভেটা দি ধৰি, কয়—

এইখিনি শাকেৰে তোৰ কি হ'ব জান্‌কী। আৰু নোতোল শাক! পছুৰ মঙহ পাবি বুলি শাক আৰু বাদ দিলি নেকি?

তুমি ঠাট্টা কৰিবলৈ নাহিবা। —জানকীৰ খং উঠে।

তুমি আহিছিলা পছু ধৰিবলৈ। মই শাক তোলো নোতোলো তোমাৰ কি হ'ল? আৰু সেই জঙ্গলবোৰ থাকিল দূৰত, তুমি আহি আমাৰ বাৰীত ফান্দ পাতিবা নেকি?

নহয়। —সি কয়,

মানে, আহোঁতে আহোঁতে—

এৰা, আহোঁতে আহোঁতে দেখিলা যে তোমাৰ হৰিণ মোৰ গাতে লাগি আছে। তোমাৰ ককায়েৰাই শহুৰেকৰ ঘৰত মঙহ দি আহে নে যমুনাবাইক দি আহে, তুমি বাইক এবাৰ সুধি আহিবা।

এক মুহূৰ্ত্ত বিস্ময়ত মুখ মেলি থাকি, নৰহৰিয়ে কয় --

কোনে? আমাৰ ডাঙ্গৰ কাকাই?

তাই খঙেৰে কয়,—

ওঁ, তোমালোকৰ ডাঙ্গৰ কাকাই? কি হ'ল পিছে?

নৰহৰিয়ে কিবা এটা ক'ব খোজোঁতেই, তাই অতিষ্ঠভাৱে কয়,—

কিন্তু তুমি কিয় এনেকৈ আগভেটা দি ধৰা? মোক যাবলৈ দিয়া। নহ'লে সঁচা কৈছোঁ মই চিঞৰি দিম।

নৰহৰি অপ্ৰস্তুত হয়। সি অনুনয়ৰ সুৰত ক'বলৈ আৰম্ভ কৰে,—

তোক বাৰু মই কি কৰিছোঁ জান্‌কী? কিয় এনে কৰিছ আজি?

তাইৰ মুখত অলপ হাঁহিৰ আভা ফুটি উঠে। অলপ কোমল সুৰত তাই কয়,—

মাজুকাকা, তুমিয়ে বাৰু কোৱাচোন, তোমাৰ আজি কি হৈছে।

বেলি আৰু কিমান আছে? তোমাৰ লগত অকলে এনেকৈ পথাৰৰ মাজত কথা কৈ থাকিলে হ'ব নেকি?

বাৰু ব'ল। সেইখিনিতে মই নৈ পাৰ হৈ গুচি যামগৈ।

ল'ৰাটোক লগত লৈ দুয়ো গৈ থাকে। আচম্বিতে দুয়োৰে গাত এছাটি শীতল বতাহ লাগে। তাই কয়,—

সেয়া বতাহৰ আগ পেলাইছে, নহয় জানো মাজুকাকা?

সোৱা দেখিছ?—

নৰহৰিয়ে বায়ু কোণলৈ আঙুলিয়াই দেখুৱাই দিয়ে। বায়ুকোণৰ মেঘবোৰ ভয়ানক ক'লা হৈ উঠিছে। এটা দুৰ্দ্দান্ত শক্তিয়ে যেন চাবুকেৰে কোবাই আকাশৰ সমস্ত মেঘ এঠাইত আনি গোট খুৱাই থৈছে। অতি ধীৰে ধীৰে মেঘবোৰ গোটেই পশ্চিম আকাশতে বিয়পি পৰিবলৈ আৰম্ভ কৰিছে। এটা অস্ফুট গুমগুমনি যেন মেঘৰ মাজেদি বাগৰি ফুৰিছে।

সেইদিন ধৰি নৰহৰিৰ দিনবোৰ কষ্টত যাবলৈ ধৰিলে। কাৰোবাৰ আগত দুখৰ কথাটো কৈ মন পাতলাবৰ বাবে তাৰ কোনো বন্ধুও নাই। নিজৰ ঘৰত কথাষাৰ উলিয়াবৰতো তাৰ কোনো উপায়ে নাই। আনফালে জানকীহঁতৰ ঘৰলৈ গৈও কোনো লাভ নাই। কাৰণ জানকীক সি দেখা পাব পাৰে, কিন্তু এফলীয়াকৈ মাতি আনি দুষাৰ কথা পাতিবলৈ সি কোনোমতে সুবিধা কৰিব নোৱাৰে। বিয়াৰ কথা সিতো কাৰো আগত উলিয়াবই নোৱাৰে। কাৰণ বিয়া-বাৰুৰ কথা সম্পূৰ্ণ ককায়েকহঁতৰ কথা। বিয়াৰ আগদিনাখনলৈকে সি বিয়াৰ কোনো গোন্ধেই নাপাব। তেনেস্থলত যদি কিবাকৈ তাৰ ককায়েকহঁতৰ কাণত পৰিব লাগিল যে সি জানকীক বিয়া কৰাবলৈ বিচাৰে, তেন্তে সিদিনাই সিহঁতে তাক কোবাই ঘৰৰপৰা বাহিৰ কৰি দিব। অথচ জানকীৰ প্ৰতি তাৰ এনে এটা অদ্ভুত আকৰ্ষণ উপজিল, সি কোনোমতে আৰু নিজক বুজাব নোৱাৰা হৈ পৰিল। সি স্পষ্ট অনুভৱ কৰিব

পাৰে যে সি জানকীক পাবলৈ প্ৰায় বলিয়াৰ দৰে হৈ উঠিছে। জানকীৰ কথাবোৰো তাৰ মনত পৰিব খোজে, কিন্তু তাৰ আগতেই তাৰ চকুত ভাহি উঠে জানকীৰ ছবিটো। সৰিয়হৰ হালধীয়া ফুল আৰু ৰাগী লগোৱা গোন্ধৰ মাজত হালি থকা জানকীৰ ছবিটো তাৰ মনলৈ আহে। তেলাছ নোহোৱা উদং পিঠি'ন আৰু পূৰ হৈ পাৰবাগৰি যাব খোজা বুকুখন,—তাৰ মনলৈ আহে। তাৰ ডিঙি শুকাই যায় আৰু পানী খাবলৈ মন যায়।

পানীত তিয়াই থোৱা হৰিণাৰ মঙহ সি কেইবাদিনো জানকী-হঁতক দিছে। কিন্তু লাভ একো নহয়। মঙহ নিলেই যমুনাই আহি ভিতৰলৈ লৈ যায়। মাকে তামোল এপান দিয়ে; ইটো সিটো মেল কৰে। নৰহৰি উঠি যায়। পাছদিনাখন আকৌ সি হৰিণা ধৰিবলৈ ফান্দ পাতিবলৈ যায়।

অকস্মাৎ তাৰ কাণত পৰেহি জানকীৰ কথাবোৰ,—

'আহোঁতে আহোঁতে দেখিলাহি তোমাৰ হৰিণা মোৰ গাতে লাগি আছে।'

অকলে অকলে নৰহৰিয়ে হাঁহে। অকলে আপোনমনে কয়,—

সঁচাদেই জান্‌কী। হৰিণা তোৰ গাতে লাগি আছে।

হঠাৎ এদিন তাৰ মনত এটা বুদ্ধি খেলালে। আপোনা আপুনি তাৰ হাঁহি উঠিল। ইমানদিনে কিয় জানো এই সহজ উপায়টো তাৰ মনত খেলোৱা নাছিল। সি উত্ৰাৱলভাৱে জানকীহঁতৰ ঘৰলৈ খোজ লয়। অলপ সময় গৈয়ে সি আকৌ থামে, আৰু আমগছ এজোপাৰ তলতে বহি কথাবোৰ ফহিয়াই চাবলৈ চেষ্টা কৰে। উত্ৰাৱল হ'লে নচলিব, সি ভাবে। উত্ৰাৱল হ'লে মগজু নাইকিয়া হ'ব। ধীৰে সুস্থিৰে চিন্তা কৰি কথাবোৰ জুকিয়াই চাই, এটা এটাকৈ, কোনো ভুল নকৰাকৈ, কামবোৰ সমাধা কৰিব লাগিব।

সৰিয়হৰ হালধীয়া ফুলবোৰ আৰু নাই। গুটিবোৰ পকিছে,

সেইবাবে গছ-পাত-ফুল শুকাই মৰহি গৈছে। ফুলৰ গোন্ধো আৰু নাই। এতিয়া ঘৰৰ তিৰোতা মানুহ প্ৰায়বিলাকেই পথাৰত। সৰিয়হ তোলাত সকলোৱে ব্যস্ত। সৰিয়হতলিয়েই যেন তেওঁলোকৰ উৎসৱ ক্ষেত্ৰ। কিছুমানে গোটেই দিনটো পথাৰত থাকে, আৰু সন্ধিয়া ঘৰলৈ ওভোতে। দুপৰীয়া খাবলৈ তেওঁলোকক পথাৰতে কোনোবাই কিবাকিবি দি থৈ যায়। এইবাৰ নৰহৰিয়ে ইচ্ছা কৰিয়ে খোৱাৰ যোগান ধৰা কামটো নিজে লৈছে। আগতে কিন্তু এই কামটো তাৰ মুঠেই ভাল নালাগিছিল। পৰাপক্ষত সি কেতিয়াও বৌৱেকহঁতৰ বাবে খোৱা বস্তু পথাৰলৈ নিবলৈ মান্তি নহৈছিল। কাৰণ ইমানবোৰ ল'ৰাছোৱালী, গাভৰু তিৰোতাৰ আগত তাৰ কিবা এটা লাজ লাগি গৈছিল। বিশেষকৈ গাওঁৰ বুঢ়ীকেইজনীক সি দুচকুৰে দেখিব নোৱাৰিছিল। ইমান বয়সলৈ কিয় যে তেওঁলোক জী থাকিব লাগে সি ভাবি নাপাইছিল। চকুৰে মণিব নোৱাৰে, অথচ পটাপট্ সৰিয়হবোৰ তুলি পেলায়। যেই গম পালে যে কোনোবা এজন ওচৰেদি যাব ধৰিছে তৎক্ষণাৎ তেওঁলোকে চকু থিৰ কৰি চাব, এবাৰ চকু দুটা মোহাৰিব, আকৌ চাব।

তাৰ পাছত ক'ব,—

কোন অ' সেইটো। চকুৰে মণিবকে নোৱাৰা হ'লোঁ। ও, সেয়া আমাৰ আতহুৰ সুমলীয়া ল'ৰাটো নহয় জানো! এৰা, সেই সিদিনাৰ ল'ৰাটো, খপহকৰে মতাটো হৈ পৰিল।

আন এজনীয়ে তৎক্ষণাৎ যোগ দিব ;—

হয় নেকি? দেখোন, সেই সিদিনাখন তাৰ গণনীলৈ গৈছিলোঁ। বিয়া হ'ল নে নাই? হেৰা, ওসখী! আহাচোন আহা। আমাৰ ভিতৰৰ কোনজনীক তোমাৰ পছন্দ হয় কোৱাচোন। ইয়াতেই বিয়াখন হৈ যাওক।

নৰহৰিৰ অসম্ভৱ খং উঠে, লাজো লাগে। ওচৰতে সেই গাভৰু

ছোৱালীবিলাক আছে। সিইঁতে সকলোৱে চকু থিৰ কৰি চাঁ. আৰু ফাচাং ফিচিংকৈ গুন্‌গুন্‌কৈ কিবা কয়। আৰু হাঁহে। ক্ষি বেগাই বোৱেকহঁতৰ ওচৰলৈ যায়। কিন্তু ওৰে বাটে সেই একে কথা। কোনোবা এজনী বুঢ়ী ওলাব। তেওঁ তাক চিনি পায়ো নাপায়ো; মণিব পাৰে নোৱাৰেও। অলপমান নিচিনা যেন পালেই আৰু তাৰ ৰক্ষা নাই। সাতপুৰুষৰ নাম-ধাম বিচাৰি উলিয়াব। তাৰ পাছতহে তাৰ ৰক্ষা। সেই কাৰণে এই সময়ত পৰাপক্ষত নৰহৰিয়ে পথাৰলৈ নগৈছিল।

কিন্তু, এইবাৰ সি সাগ্ৰহে এই কামটো হাতত লৈছে। নিতৌ ভৰদুপৰীয়া সি গুৰি-সান্দহৰ টোপোলা লৈ পথাৰলৈ যায়। নৈ-খনৰপৰা পানী আনি বোৱেকহঁতৰ ওচৰত থৈ দিয়ে। আৰু বোৱেকহঁতে গুৰি-সান্দহখিনিত পানী দি ওচৰে সৰিয়হ গছত ওলমি থকা মৌবাঁহৰ পৰা মৌ আনি গুৰিত চেপি দি সান্দহ খাই পেলায়। মৌবিলাকে কামুৰিব বুলি প্ৰথমতে নৰহৰিৰ ভয় লাগিছিল। পিছত দেখিলে মৌ পাৰিবলৈ তেনেই সহজ। ফুলৰ ভৰত যেতিয়া সৰিয়হ গছবোৰ ভৰি উঠিছিল তেতিয়া মৌবিলাকে তাত বাহ সাজি লৈছিল। সেই মৌৰ বাঁহবোৰ ওলমি থাকে। শুকাই যোৱা সৰিয়হৰ গছবিলাক অকণমান জোকাৰি দিলেই মৌবোৰ উৰি যায়। আৰু তেতিয়া মৌৰ বাহখন ছিঙি অনা তেনেই উজু।

নৰহৰিৰ কিবা কিবি বনৌষধিৰ প্ৰয়োজন। ক'লা কোট এটা পিন্ধি, পিঠিত সান্দহৰ টোপোলা লৈ, নৰহৰি নিতৌ সৰিয়হৰ তলিলৈ আহে। কোটৰ জেপত নানাৰকমৰ সৰু গছ আৰু শিপা। যাওঁতে বাটৰ দুয়োকাষে অকণি অকণি বনবোৰ সি নিৰীক্ষণ কৰি গৈ থাকে। দৰবৰ গছপুলিবোৰ নিশ্চয় এই-বিলাক ঠাইতে ক'ৰবাত থাকিব। কেতিয়াবা সি আকৌ বোৱেক-হঁতৰ আগত ধৰা পৰি যায়। তাক সোধে,—

তোমাৰ জেপত সেইবোৰ কিহৰ শিপাহে ?

নৰহৰিয়ে কথাটো উৰাই দিয়ে,--

তোমালোকৰ বো, সৰগতো চকু, নৰকতো চকু।

নানা যত্ন কৰি নৰহৰিয়ে এটা বশীকৰণ মন্ত্ৰ শিকিছে। তাৰ খৰচো অলপ হৈছে ; কিন্তু তাৰ কাৰণে সি নাভাবে। জানকীক পলুৱাই আনিব লাগিব, তাৰ বাহিৰে আন উপায় নাই। কিন্তু তাকে কৰিবলৈ হ'লে তাৰ নানাবিধ বস্তুৰ প্ৰয়োজন।

ইতিমধ্যে সি কিছু অগ্ৰসৰ হ'ব পাৰিছে। ভাল তিথি নক্ষত্ৰ মিলিলত এদিন ৰাতি সি কলীয়া অপৰাজিতাৰ মূল তুলি আনি গুৰি কৰে। তাৰ পাছত সেই গুৰি ঘিউৰ লগত বটি কলপাতত লিপি দিয়ে ; আৰু সেই কলপাত খিলা ঘিউৰ চাকিত ওপতাই চকুত কাজল সানে। তাৰ পাছত উত্তৰ মুৱাকৈ বহি হাত দুখন জানকীহঁতৰ ফালে পোন কৰি মনে মনে এশবাৰ কৈ যায়,—

জান্কী, জান্কী, জান্কী, জান্কী, জান্কী।

তাৰ পাছত চকুমুদি একাগ্ৰচিত্তে সি জপ কৰে,—

ওঁ নমঃ ক্ষিপ্ৰং কামিনীং জানকীং মে বশমানয় স্বাহা।

এতিয়া তাক লাগে আৰু মাত্ৰ তিনিটা বস্তু।—কুঙ্কুম, জাতি চন্দন আৰু গোৰোচনা। বাকী সকলো বস্তু তাৰ যোগাৰ হৈছে। অৱশেষত তাৰ আটাইকেইটা বস্তু যোগাৰ হ'ল। এতিয়া মূল দৰবখিনি তুলি আনিব পাৰিলে হৈ যায়। কিন্তু তাৰ বাবে তিথি, বাৰ, নক্ষত্ৰ সকলো মিলিব লাগিব। সি অস্থিৰ চিত্তে বাট চাবলৈ ধৰিলে, কেতিয়া সেই যোগ মিলে। প্ৰায় দুমাহ পাছত নৰহৰিৰ কপাল ফুলিল। ৰবিবাৰ, পুষ্যানক্ষত্ৰ, ৰবিযোগ আটাই-কেইটা লগ লাগিল। সি আগদিনাখন ৰাতি লঘোনে থাকিল। ৰাতিপুৱা ঠিক ব্ৰহ্মমুহূৰ্ত্তত সি গা-পা ধুই উঠি, নানা ৰকমৰ প্ৰক্ৰিয়া শেষ কৰি, কাউৰীঠুটী লতা এডালিৰ ওচৰত বহি নানা তুতি-নতি কৰি ক'বলৈ ধৰিলে,—

বেতাল পিশাচ ৰাক্ষস সৰীসৃপ, যে কোনো বৃক্ষলতাত আছা.
শিৱৰ আজ্ঞায়ে দূৰক যোৱা। ব্ৰহ্মায়ে ভৃগুৱে ইন্দ্ৰে ৰুদ্ৰে
যে হস্তে তোমাক খুনিছে, সেই পৱিত্ৰ হস্তে মই তোমাক খুনো।

তাৰ পাছত সি নানা ৰকমৰ সেৱা ভক্তি জনাই, প্ৰদক্ষিণ কৰি ভক্তিভাৱে লতাডালৰ মূলটো খুন্দি আনি সাৱধানে লৈ লয়। তাৰ পাছত আকৌ সাতবাৰ প্ৰদক্ষিণ কৰি আঁঠু কাঢ়ি, পেট পেলাই সেৱা কৰি, অতি সন্তৰ্পণে মূলটো গামোছাত বান্ধি লৈ, আনন্দত উৎফুল্ল হৈ ঘৰলৈ খোজ লয়।

দিনটো নানা কামৰ মাজত নৰহৰিৰ কাটি যায়। সকলুৰা নানা কামৰ মাজত সি প্ৰায় ভাত খাবৰ সময়কে নাপায়। যিমানে সন্ধিয়া হৈ আহে, তিমানে তাৰ মনটো উগুল থুগুল লাগিবলৈ ধৰে। তাৰ এনেকুৱা লাগে যেন তাৰ বহুত কাম বাকী আছে। তথাপি সি শোৱে। নামমাত্ৰ কেইটামান ভাত খাই আহি সি শ্ৰান্তভাৱে বাগৰি পৰে। কিন্তু তাৰ টোপনি নাহে। জানকীৰ ৰূপটো আজি তাৰ মনত বেছি স্পষ্ট আৰু উজ্জ্বল হৈ উঠে। মাজে মাজে তাৰ ভয় লাগে। কোনে জানে হয়তো সি এটা ভয়ানক বিপদৰ মাজলৈ সোমাই যাব ধৰিছে। ঔষধৰ ফালৰপৰা তাৰ অকণো শঙ্কা নাই। ঔষধে গুণ দিবই। আৰু বৰ বেছি এসপ্তাহ, তাৰ পাছত জানকীয়ে তাৰ পাছে পাছে ঘূৰি ফুৰিব। সি য'লৈকে নিব খোজে তালৈকে তাই যাব। আৰু তাইক ক'লৈ নিব, সি ঠিক কৰি পেলাইছে। কেতিয়াবা তাৰ মনত চিন্তা হয়, তাৰ পাছত কি হ'ব। কিন্তু সি বৰকৈ আৰু নাভাবে। যি হয় হ'ব। সৰিয়হতলিৰ সেই হাঁহি থকা জানকীৰ সম্পূৰ্ণ অৱয়বটো তাৰ মনত পৰে।

আচম্বিতে তাৰ ধাৰণা হয়, সি শুই থকা চাংখনৰ ওপৰতে কোনোবা এজন আহি যেন বহিছে। চাংখনৰ এটা শব্দ হয়, অকণমান জোকাৰণি লাগে। তাৰ বুকুখন ছিৰিংকৈ উঠে, অকণমান

ভয়ো লাগে। আজি ৰাতিপুৱাতেই সি জানকীৰ নাম লৈ ডাকাল মন্ত্ৰবোৰ মাতিছে। মন্ত্ৰৰ শক্তি কোনে বোধ কৰিব! হয়তো জানকীয়ে চুপি চুপি আহি তাৰ বিছনাখনতে বহিছেহি। কিন্তু বেছিপৰ সি আৰু ভাবিবলৈ অৱকাশ নাপালে। তাৰ চাংখন ভীষণভাৱে জোকাৰ খাই উঠে, তাৰ পাছতে গোটেইটো ঘৰ কল্‌কল্‌কৈ লৰিবলৈ ধৰে। সি বিছনাৰ পৰা উঠি একেকোবে বাহিৰলৈ লৰ মাৰে। বাহিৰত অগণন মানুহৰ কোঢ়াল। ভুঁইকঁপ আহিছে। বৰ ভুঁইকঁপ। গোটেইখন পৃথিবীৰ জোকাৰণিত মানুহ মাটিত বাগৰি পৰিছে। আৰু চাৰিওফালে মানুহৰ চিঞৰ, আৰ্তনাদ।

কিছু সময়ৰ পাছত ভুঁইকঁপ থামিল, আহিল বৰষুণ। কলহৰ কাণে ঢালিবলৈ আৰম্ভ কৰিলে বৰষুণ। দিনৰ পাছত দিন, বৰষুণ, কেৱল বৰষুণ। মেঘে গাজে, বৰষুণ আহে। নেৰানেপেৰাকৈ চলি থাকে বৰষুণ।

নদীবোৰ উঠিছে। নিতৌ নতুন নতুন খবৰ আহে। আজি ইখন উঠিছে কালি সিখন। ভয়ত মানুহৰ অণ্ঠ-কণ্ঠ শুকাবলৈ আৰম্ভ কৰিলে। মনত পৰাত ইমান বানপানী কেতিয়াও হোৱা নাই। আটাইবোৰ নদীৰে পানী বাঢ়িছে। পুৱা খবৰ আহে, ননৈৰ পানী এহাত বাঢ়িছে। আবেলি খবৰ আহে, ডুবামাৰিয়ে গছগছনি উটাই নিব ধৰিছে। একে সময়তে ননৈ, ডুবামাৰি, লগুনছিঙ্গা, পাগলাদিয়া আটাইকেইখন অসম্ভৱ ৰকমে বাঢ়িবলৈ আৰম্ভ কৰিলে। অকল পাগলাদিয়াৰ উৎপাতত গাওঁৰ পিছত গাওঁ উটি গৈছে। নৰহৰিইঁতৰ গাৱঁৰ ওচৰেদি বৈ গৈছে পাগলাদিয়া। এই সিদিনালৈকে নৈত প্ৰায় পানীয়ে নাছিল। আৰু আজি সেই পাগলাদিয়াই নিতৌ নতুন নতুন পাক লৈ গাৱঁৰ পাছত গাওঁ গ্ৰাস কৰি গৈ আছে। সিহঁতৰ ফালৰ পাৰটো অলপ ওখ বুলিয়েই এই কেইদিন সেইখন গাওঁ ৰক্ষা পৰি আছে। কিন্তু যি বেগত পানী বাঢ়িছে, আৰু বৰ বেছি দুইদিন, তাৰ পাছত এই গাওঁবোৰো

যাব। পথাৰৰ পৰা গৰু খেদি আনোতে, এতিয়াই দুই-এটা দামুৰি সোঁতত উটি গৈ খন্তেকতে অদৃশ্য হৈ যায়।

সিদিনাখন পুৱাতেই নামঘৰত ৰাইজৰ সভা বহিল। আতঙ্কিত ৰাইজে যি কোনো পৰামৰ্শকে গ্ৰহণ কৰিবলৈ ইচ্ছুক হ'ল। মুখিয়ালজনে বুজাই ক'বলৈ ধৰিলে,—

তোমালোকে যেনেকৈ ভাবিছা, মইও তেনেকৈয়ে দিনেৰাতি ভাবি আছোঁ, কিয় দেৱতাৰ এনেকুৱা আক্রোশ হ'ল। নৈৰ মাত্র এটা সুঁতি আছিল, আজি নৈৰ প্ৰকোপত মানুহে বয়বস্তু লৈ ঘৰৰ পৰা ওলাই অহাৰ সময় পোৱা নাই। লগুণছিঙাৰ সোঁতত নাওবোৰ ছিগি যাবলৈ ধৰিছে। পাগলাদিয়াই জিভা মেলি এমূৰৰ পৰা চেলেকি নিবলৈ ধৰিছে। কালি ৰাতি মই সপোন দেখিলোঁ,—গোটেই গাত ৰঙা কাপোৰ, সূৰ্য্যৰ দৰে তেজ। দেৱতাই মোক ক'লে,—

দেৱতাৰ বস্তু তহঁতে চুৰ কৰি ৰাখিছ। তহঁতৰ এইবাৰ ৰক্ষা নাই। এতিয়াও যদি ভাল চাৱ, তেনে কাইলৈ আবেলি এটা ক'লা পঠা, এজোৰ ক'লা পাৰ চৰাই আৰু তহঁতৰ গাৱঁৰ সবাতোকৈ ধুনীয়া ছোৱালীজনী মোক দি থৈ আহিবি। নহ'লে, তহঁত আটাইবোৰ যাবি।

মানুহবিলাকৰ মুখত পানী নাইকিয়া হ'ল। কাৰ ছোৱালীৰ ওপৰত পৰিল দেৱতাৰ লোভ! সিহঁতে ইটোৱে-সিটোৰ মুখলৈ চালে। মুখিয়ালজনে আকৌ সুধিলে,—

আমাৰ গাৱঁত কোন সেই ভাগ্যবতী? দেৱতাই নিজৰূপ দেখুৱাই যিজনী ছোৱালীক মাগিলে সেইজনী কোন হ'ব পাৰে? সবাতোকৈ ধুনীয়া ছোৱালী আমাৰ গাৱঁত কোন?

কোনোবা এজনে উত্তৰ দিলে—জানকী।

গিৰ্জনি মাৰি সকলোৱে ক'বলৈ ধৰিলে,—

জান্‌কী জান্‌কী জান্‌কী

সভা ভঙ্গ হ'ল।

৭

জানকীৰ বিসৰ্জ্জন হৈ গ'ল। গাৱঁৰ বস্তী জানকীক ধুনীয়াকৈ সজালে। গাত পাটৰ সাজ দিলে, কপালত তিলক দিলে, খোপাত ফুল দিলে, সেওঁতাত সেন্দুৰ দিলে। তাৰ পাছত, ক'লা এটা পঠা, ক'লা এজোৰ পাৰ চৰাই আৰু জানকীক এখন ভেলত তুলি দি ভেলখন নৈৰ সোঁতত উটাই দিলে।

নৰহৰিৰ ভেলখন গধূলিৰ লগে লগে সম্পূৰ্ণ হৈ উঠে। সি অকলে যেতিয়া ভেলখনত উঠি বহিল, তেতিয়া চাৰিওফালে এন্ধাৰ হৈ গৈছে। পানীৰ সোঁতত ভেলখন গৈ থাকে। দূৰত কিবা এটা শব্দ সি শুনিবলৈ পায়। আৰু অলপ দূৰ গৈয়ে সি দেখা পায় সিহঁতৰ গাৱঁৰ মুৰেদি নদীখনে এটা পাক লৈ সিহঁতৰ গাৱঁৰ ওভোতা-ফালে তীৰবেগে গতি কৰিছে। নতুন মাটিৰ ওপৰত প্ৰবল সোঁতৰ কোব তৰ্‌তৰ্‌কৈ বব ধৰিছে। আৰু অবিৰাম শব্দ হৈছে, যেন পাহাৰ ফলাৰ শব্দ।

নৰহৰিৰ গাটো জিকাৰ খাই উঠে। চাৰিওফালে তীব্ৰ সোঁতৰ চোঁচোঁৰনি শব্দ, আৰু বগা পানীৰ জিলিকনি। সোঁতৰ কোবত নৰহৰিৰ ভেলখন গৈ থাকে। আৰু তাৰ ওচৰতে, ভেলখনৰ ওপৰত গামোচাখনত বন্ধা থাকে ইমানদিন ধৰি যোগাৰ কৰা বশীকৰণ দৰবখিনি।

# আছাম ইলেক্‌ট্রিকেল্‌স্

ভদ্রেশ্বৰ কাকতিয়ে বি. এছ-ছি পাছ কৰি এম. এ. পঢ়িলে। কিবা এটা পৰিকল্পিতভাৱে যে সি বিজ্ঞান এৰি দি এম. এ.লৈ মন মেলিলে তেনেকুৱা নহয়, ভদ্রেশ্বৰে কোনোদিনেই পঢ়া-শুনা সম্বন্ধে কোনো পৰিকল্পনা কৰা নাছিল। তাৰ জীৱনৰ লক্ষ্য বা আকাঙ্ক্ষা সম্বন্ধেও সি কোনোদিনে গভীৰভাৱে চিন্তা কৰা নাই। গৈ থাকোঁতে থাকোঁতে কোনোবাখিনি ওলামগৈ,—এনেকুৱা এটা বিশ্বাসৰ ওপৰতে সি নির্ভৰ কৰিছিল।

পঢ়াত ভদ্রেশ্বৰ বেয়া নাছিল। পদাৰ্থ বিজ্ঞান নাইবা অংকশাস্ত্ৰত সি এম. এছ-ছি পাছ কৰিব পাৰিলেহেঁতেন। কিন্তু সি এম. এ. পঢ়িলে দুটা অবান্তৰ কাৰণত। প্ৰথম কাৰণটো হ'ল যে এম. এছ-ছি. পঢ়াৰ কাৰণে তাক পৰামৰ্শ দিলে প্ৰথমতে প্ৰফেছৰ বৰ্মণে। প্ৰফেছৰ বৰ্মণক ভদ্রেশ্বৰে দেখিব নোৱাৰে। দেখিব নোৱৰাৰ কোনো গুৰুতৰ কাৰণ নাছিল, আৰু সি নিজেও ঠিক নাজানিছিল কিয় সি প্ৰফেছৰজনক বেয়া পায়। একমাত্ৰ কাৰণ বোধহয় এয়ে আছিল যে বৰ্মণৰ কাণ দুখন অতিপাত দীঘল; অথচ অধ্যাপক হিচাপে তেওঁ ভাল। যি নহওক, যিহেতুকে প্ৰফেছৰ বৰ্মণে তাক এম. এছ-ছি. পঢ়াৰ পৰামৰ্শ দিলে আৰু যিহেতুকে সেইজন প্ৰফেছৰক সি দেখিব নোৱাৰে, সেইবাবে সি এম. এছ-ছি. নপঢ়াটো থিৰ কৰিলে।

দ্বিতীয় কাৰণটো হ'ল তাৰ ভনীয়েক কুন্তী। কুন্তীয়ে জোকাই জোকাই তাক কৈছিল,—

চায়েন্স পঢ়াত তোমাৰ ইমান কিয় আগ্ৰহ মই জানো; তোমালোকৰ নক নক দুজনীয়া লেবোৰেটৰীখিলাকৰ কাৰণে।

সি অবাক হৈ কৈছিল,—

লেবোৰেটৰীৰ কাৰণে? লেবোৰেটৰীৰ কি ইমান মোহ? লেবোৰেটৰীৰ কষ্ট আৰু দুৰ্গন্ধ পৰিবেশৰ কথা তই কি জান?

মই জানো। আৰু তোমাৰ ফিজিক্স্ লেবত দুৰ্গন্ধও নাই। আনকি কেমিষ্ট্ৰি লেবৰ দুৰ্গন্ধও সুগন্ধত পৰিণত হয়।

তই অলপ বহি ল। ধীৰে-সুস্থিৰে কথাবোৰ যদি কৰ, মই বুজিবৰ কাৰণে মনোযোগ দিব পাৰিম। দুৰ্গন্ধ সুগন্ধত পৰিণত হয়। কিন্তু কেনেকৈ, কেতিয়া আৰু কি মিডিয়ামেৰে হয় বুজাই কচোন?

কুন্তীয়ে কোনো কুণ্ঠাবোধ নকৰাকৈ কৈছিল,—

উত্তৰটো তুমিয়ে দিছা। মানে, সংকেতটো দিছা। এই যে মিডিয়ামৰ কথা কৈছিলা, এই মিডিয়াম্‌টোৱেই কাৰণ।

কোনটো মিডিয়াম্?– ভদ্ৰেশ্বৰে সুধিছিল।

মানে, এই ছোৱালী মিডিয়াম্। লেবোৰেটৰীত এজনী ছোৱালী আৰু এজন ল'ৰাই, মুখেৰে নমতাকৈ, অনুদ্বিগ্ন চিত্তে, গাতে গা লগাই—তোমালোকে কি বিচাৰ্ছ কৰা আমিও জানো।

অৱশেষে কথাটো শেষ কৰিয়ে কুন্তী ওলাই গৈছিল।

যি নহওক ভদ্ৰেশ্বৰে এম. এ. পঢ়িলে, আৰু এম. এ. পাছো কৰিলে। তাৰ পাছতে কেইদিনমান কুন্তীৰ লগত চিনেমা চালে, বন্ধু-বান্ধৱৰ খবৰ কৰিলে, মোমায়েকহঁতৰ ঘৰলৈ গৈ দুসপ্তাহ থাকিল, সৰু-সুৰা দুই এখন মিটিঙত বক্তৃতা দিলে। মাকৰ লগত ভৱিষ্যতৰ বিয়া-বাৰুৰ কথা ওলালত পাৰেমানে হাঁহিলে; আৰু মুঠতে সি মনে মনে কিছু গৌৰৱ অনুভৱ কৰিলে।

দুমাহ গ'ল। কুন্তীয়ে নিজৰ পঢ়াত মনোযোগ দিবলৈ আৰম্ভ কৰিলে। মাকে ঘৰ-সংসাৰৰ কামত বেছি ব্যস্ত হৈ পৰিল। বন্ধুবোৰক চাহ খুৱাবৰ বাবে ভদ্ৰেশ্বৰৰ জেপত পইচা কমি আহিল। আৰু, কেইদিনমান আগলৈকে তাক দেখিলেই নমস্কাৰ কৰা,

তাহাঁতৰ ওচৰৰে দৰ্জ্জিজনে নিজৰ কামত ইমান বেছিকৈ মনোযোগ দিলে যে সি দোকানৰ আগেদি গ'লে দৰ্জ্জিয়ে তাক আৰু নেদেখাই হ'ল। দুমাহ হ'বলৈ নৌপাওঁতেই, পেহীয়েকজনীয়ে আৰু নিজৰ ভিনিহীয়েকে আৰ-তাৰ আগত সুধিবলৈ আৰম্ভ কৰিলে, ভদ্ৰেশ্বৰে বৰ্ত্তমান কি কৰিছে। আনকি দুই এজনে তাকেই সুধিলে, সিনো এতিয়া কি কৰিছে।

পৰীক্ষাৰ খবৰ ওলোৱাৰ দুমাহ হৈছেহে মাথোন—সি কিছু আচৰিত হৈ উত্তৰ দিছিল। গম্ভীৰভাৱে সিহঁতেও কৈছিল,—

এনেকৈয়েতো দিনবোৰ যায়। আজি দুমাহ, কাইলৈ চাৰি মাহ। বিয়া দিলে কুন্তীৰ ল'ৰা-ছোৱালী নহ'লহেঁতেন জানো?

গতিকে ভদ্ৰেশ্বৰে ব্যৱসায় কৰাটোকে সিদ্ধান্ত কৰিলে।

এমাহমানৰ ভিতৰতে অৱশেষত ঘৰ এটা সি ভাৰালৈ ল'লে। প্ৰথমতে যি কোঠাটো ভদ্ৰেশ্বৰে বিচাৰি উলিয়াইছিল, সেইটো আছিল চান্দমাৰীত। তাৰ ভালেই লাগিছিল। একেবাৰে ৰাস্তাৰ ওপৰত নহ'লেও, তেনেই ওচৰতে। ভাৰা মাহেকত দুশ টকা। কিন্তু আপত্তি কৰিলে তাৰ এজন বন্ধু খাউণ্ডে। ভদ্ৰেশ্বৰ আৰু খাউণ্ড দুয়ো ওচৰৰে দোকান এখনত চাহ খাই আছিল। কোঠাটো দেখিয়েই খাউণ্ডে তাক ক'লে,—

তই আচল বেপাৰী হৈছ অ' ভদ্ৰেশ্বৰ। একালে দৰ্জ্জিৰ দোকান বাৰু ভালেই। আনফালে ধুবী। এই ধুবীৰ ঘৰত অনবৰত ইস্ত্ৰিৰ ছাই উৰি থাকিব; আৰু কোন ভদ্ৰলোকে আহি তোৰ দোকানত বহিব? ভাৰাটো অলপমান কম বুলিয়েই তই এই কোঠাটো ল'বি নে? আচল কথা হ'ল—তোৰ ছেলচ, দৈনিক বিক্ৰী। মোৰ কিন্তু সন্দেহ আছে যে কোনোবা ভদ্ৰলোক তোৰ ইয়ালৈ আহিব, লাগিলে তোৰ দোকানত হীৰাই থাকক বা সোণেই থাকক।

ভদ্ৰেশ্বৰে আৰু তৰ্ক নকৰিলে। খাউণ্ড আৰু তিনিজন

বন্ধুক লগত লৈ সি আন ভাল ঠাইত ঘৰৰ সন্ধান কৰিলে। ৰাতিপুৱাতেই শুদা চাহ একাপ খাই চাৰিজন বন্ধুৱে ঘৰৰ সন্ধানত ওলায়। প্ৰথমতে ব্ৰেক্‌ফাষ্ট্‌ কোনোবা দোকানত খাই লয়। তাৰ পাছত সিহঁতে ঘৰ বিচাৰি ফুৰে। কেতিয়াবা কেতিয়াবা পলম হৈ গ'লে দুপৰীয়া কোনোবা দোকানতে ভাত খাই লয়; আৰু সিহঁতে দিনৰ পাছত দিন ঘৰ বিচাৰি ফুৰে।

অৱশেষত পাণবজাৰৰ গলি এটাত সিহঁতে ভাল কোঠা এটা পায়। ঠাইখিনি ভাল। একাষে এখন ফাৰ্মাছী আৰু আনকাষে এখন কিতাপৰ দোকান। ভাৰা তিনিশ টকা। বন্দোবস্ত হৈ গ'ল। পাছদিনাখন ভদ্ৰেশ্বৰে এমাহৰ ভাৰা আগতীয়াকৈ দি যাবহি। আটাইকেইজন বন্ধুৱে মিলি সিদিনাখন অশোকাত ভাত খালে। আবেলি কুন্তীক লৈ সিহঁত আটায়ে আকৌ আহিল ঘৰটো চাবলৈ। খাউণ্ডেই আৰম্ভ কৰিলে,—

শুনিছা কুন্তী, আমাৰ কপাল ভালেই বুলিব লাগিব যে ইমান কম ভাৰাত এনেকুৱা ঠাইত এনে এটা আহল-বহল কোঠা পাই গ'লোঁ। ভদ্ৰেশ্বৰে যদি সজাই-পৰাই ল'ব পাৰে, তেনেহ'লে ইয়াত গ্ৰাহকৰ ভিৰ হৈ থাকিব।

ভদ্ৰেশ্বৰে ক'লে,—

আৰু জান কুন্তী, কোঠাটো বেছ দীঘল। মই ভাবিছোঁ, কোঠাটোৰ পাছলৈ যদি এখন পাৰ্টিছন্ দিয়া যায়, তেনেহ'লে সম্মুখত থাকিল কাউণ্টাৰ আৰু পাছ পিনে মোৰ অফিছ। কাউণ্টাৰ-খিনিত চান্‌মাইকা থাকিব, পাৰ্টিছনখিনিৰ আধা টিক্‌প্লাই আৰু বাকীখিনি গ্লাচ। মোৰ বোধেৰে ভালেই হ'ব।

খাউণ্ডে আকৌ কিবা এটা ক'ব খোজোঁতেই মহন্তই বাধা দি ক'লে, মোৰ মনত এটা কথা খেলাইছে। এই ঠাইখিনিৰ বেছি আকৰ্ষণ হ'ব ফাৰ্মাছীখনৰ কাৰণে। ফাৰ্মাছীলৈ প্ৰায়ে ভদ্ৰলোক শ্ৰেণীৰ মানুহ আহে। একেবাৰে দুখীয়া মানুহে ক'ত আৰু

দৰবত পইচা নষ্ট কৰিব! গতিকে এইখিনি ঠাইলৈ আহিব টকা-পইচা থকা ভদ্রলোক মানুহ। আৰু ভদ্রেশ্বৰকো ঠিক তাকেই লাগে—ভদ্রলোক অথচ পইচাও আছে, তেনেকুৱা গ্রাহক।

এইবাৰ কুন্তীয়ে মাত লগালে,—

আপোনালোকৰ বুদ্ধিৰ মই শলাগ ল'ব নোৱাৰিলোঁ। এয়া আমাৰ সন্মুখৰ ৰাস্তাটো কিমান বহল?

সিহঁতে পৰস্পাৰে পৰস্পাৰৰ মুখলৈ চালে। ৰাস্তাটো সিহঁতে জুখি চোৱা নাই হয়, তথাপি খাউণ্ডে সাহস কৰি ক'লে,—

মোৰ হিচাবমতে ৰাস্তাটোৰ বহল আঠ ফুট কি ন ফুট হ'ব। কিন্তু আমাৰ দৰ্কাৰ কোঠাটোৰ—

খাউণ্ডে কথাষাৰ শেষ কৰাৰ আগতেই কুন্তীয়ে ক'লে—কোঠাটো মই দেখিছোঁ। ক'ত পাটিছন দিব, ক'ত চান্‌মাইকা দিব—সেয়া ককাইদেউৰ কথা। মই মাত্র সুধিবলৈ বিচাৰিছোঁ যে ভদ্রলোক গ্রাহকসকলে তেওঁলোকৰ গাড়ী ক'ত পাৰ্ক কৰিব?

সিহঁত আটাইকেইজন নিস্তব্ধ হৈ থাকিল। এৰা, কুন্তীৰ কথা সঁচা, গাড়ী পাৰ্ক কৰাৰ ঠাই নাই সঁচা। কথাটো সিহঁতৰ কাৰো মনত খেলোৱা নাছিল। যি নহওক, ভদ্রেশ্বৰৰ দোকান তাত হ'ব নোৱাৰে—সেই সিদ্ধান্ত হৈ গ'ল।

আন এটা কোঠা উলিয়াওঁতে সিহঁতৰ বেছি দিন নালাগিল। পাণবজাৰতে সিহঁতে সুবিধামতে কোঠা এটা যোগাৰ কৰিলে। দুমাহৰ ভাৰা অগ্রিম দিব লাগিব। মাহেকত ভাৰা চাৰিশ পঞ্চাশ টকা। কোঠাটো সজাবৰ কাৰণে চকি, মেজ, কাউণ্টাৰ আদি ঠিক কৰি লোৱাৰ পাছত কাউণ্টাৰত কাম কৰা দুজন ল'ৰা ঠিক কৰিব লাগিব। কাউণ্টাৰত কাম কৰা মানুহ সম্বন্ধে সিহঁত বন্ধু কেইজনৰ মাজত অলপ মতদ্বৈধতা হ'ল। খাউণ্ডে ক'লে,—

শুন ভদ্র, তই যদি চাকৰি নকৰি ব্যৱসায় কৰ, তেনেহ'লে তই তোৰ শিক্ষা-দীক্ষাৰ পৰিচয় দি একাগ্রভাৱে ব্যৱসায়কে কৰ।

আৰু তই পুৰণিকলীয়া হৈ থাকিলে নহ'ব। তই যেনেকৈ পাঙিছ, যদি সেইভাৱে ধুনীয়াকৈ কোঠা সজাই লৈ ব্যৱসায় খোল, তেনে তোৰ কাউণ্টাৰটো সবাতোকৈ ধুনীয়া কৰ। কাৰণ মানুহে সোমাই আহিয়ে কি দেখিব? দেখিব তোৰ কাউণ্টাৰ। আৰু কেৱল চান্‌মাইকাৰে আৱৰি এই কাউণ্টাৰ ধুনীয়া কৰিব নোৱাৰ।

মহন্তই যোগ দিলে,—

মই খাউণ্ডৰ লগত একমত। চান্‌মাইকা কিবে?

আজিকালি চিগাৰেট-বিৰিৰ দোকানত চান্‌মাইকা চলে। ছিংগেল চাহ দিয়া দোকানত চান্‌মাইকা চলে। কি তহঁতে চানমাইকা চানমাইকা কৰ, মই বুজি নাপাওঁ।

খাউণ্ডে অলপ উত্তেজিত হৈ ক'লে,—

তই কি কথা বুজি পাৱ, সেই কথা প্ৰথমতে আমাক কৈ দেচোন, মহন্ত। তই কি কি বুজি পাৱ, সেই কথা মই জানো। কিন্তু তোৰ লগত তৰ্ক কৰি লাভ নাই।

ভদ্ৰেশ্বৰে ক'লে,—তহঁতৰ তৰ্ক বন্ধ কৰচোন এখন্তেক। তোৰনো কি পৰামৰ্শ খাউণ্ড? কি ক'ব খুজিছিলি তই?

মই ক'বলৈ বিচাৰিছিলোঁ যে তোৰ কাউণ্টাৰ্ দেখোঁতে চকুত লগা হ'ব লাগে, বিতোপন হ'ব লাগে। আৰু কাউণ্টাৰ বিতোপন কৰে বিতোপন মানুহে, অৰ্থাৎ ছোৱালীয়ে।

মহন্তই হাঁহি হাঁহি প্ৰায় বাগৰি পৰিল। সি ক'লে,—

কি কৈছ তই খাউণ্ড? ভদ্ৰেশ্বৰ, তই বৰঞ্চ বোম্বাইলৈ টিকেট কৰ। তাত গৈ কোনোবা চাহৰ দোকানত পিয়ন্‌লা ধুই পেটৰ ভাত মোকলাবি। কাউণ্টাৰত ছোৱালী! আৰু তোকো মই কৈ গ'লোঁ খাউণ্ড, গুৱাহাটীৰ গৰমে তোৰ মূৰক সুজা নাই। তই অলপ ঠাণ্ডা দেশত, অন্ততঃ ছিলং মানত, তোৰ ল' পঢ়াৰ বন্দোবস্ত কৰ। মই আহিলোঁ।

সি ওলাই যায়। দুৱাৰ মুখ পাই সি আকৌ কয়,—

তোকো কৈ গ'লোঁ। ভদ্রেশ্বৰ,—খাউণ্ডুৰ অভিপ্ৰায়ৰ কথা তুই এবাৰ কুন্তীক জনাবি। মোৰ ক্লাছ আছে, মই যাওঁ। ক'ৰবাত দুই বজাত তইঁতক লগ পাম।

ভদ্রেশ্বৰে যদিও খাউণ্ডুৰ পৰামৰ্শটো শলাগিলে, প্ৰথম কেইমাহমানৰ বাবে কাউণ্টাৰত ল'ৰা দুজনকে ৰাখিব, এই সিদ্ধান্তকে কৰিলে। তাৰ পাছতো ছোৱালীৰ কথা ভাবিবলৈ সিহঁতৰ সুযোগ আহিব। তাৰ বাহিৰে পটু ছোৱালীৰ দৰমহাও বেছি হ'ব।

ভদ্রেশ্বৰৰ বহুত কাম। ফাৰ্ণিছাৰ আদি একো বনোৱা হোৱাই নাই। কাম কৰা ল'ৰাৰ বন্দোবস্ত হোৱা নাই; লাইটৰ বাবে দৰ্খাস্ত কৰিবলৈ বাকী আছে; ফাইল, কাগজ-পত্ৰ যোগাৰ হোৱা নাই, ফোনৰ টকা জমা দিয়া নাই; বহুত কাম। কেতিয়াবা কেতিয়াবা তাৰ ভাত খোৱাই নহয়। আনকি কুন্তীৰ লগত বহি কথাবোৰ ভালকৈ আলোচনা কৰিবলৈকো সময় হোৱা নাই। কলেজৰ পৰা কুন্তাক ঘৰলৈ নৈ আহোঁতে দুই-এটা কথাবাৰ্ত্তা হয়. সিমানেই।

পাণবজাৰৰ যি ঘৰটোত ভদ্রেশ্বৰৰ দোকান হোৱাৰ কথা সেই ঘৰটোৰ কাষৰ দোকানখন ঘড়ীৰ দোকান। নাম পায়নিয়াৰ ওৱাচ্ কোম্পানী। কোনোবা এজন কটকী তাৰ মালিক। ঘৰ ঠিক হোৱাৰ সাত দিনমান পাছত ভদ্রেশ্বৰে এদিন আবেলি দেখিলে ঘড়ীৰ দোকানৰ তলা বন্ধ। অৱশ্যে ঘড়ীৰ দোকানখনৰ লগত তাৰ কোনো সম্বন্ধ নাই। খোলা হওক বন্ধ হওক, তাৰ কি হ'ল? একমাত্ৰ কথা হ'ল, ওচৰা-উচৰিকৈ থকা দুটা কোঠা দেখোঁতে বন্ধ।

তাৰ দুদিন পাছত অপ্ৰত্যাশিতভাৱে চিঠি এখন পাই ভদ্রেশ্বৰৰ অসম্ভৱ ভাল লাগিল। পাণবজাৰত কোনোবাই এখন কাপোৰৰ দোকান উদ্বোধন কৰিব, আৰু সেই অনুষ্ঠানত যোগদান কৰিবলৈ সপৰিয়ালে ভদ্রেশ্বৰ কাকতিক সনিৰ্ব্বন্ধ অনুৰোধ জনোৱা হৈছে। ভেন্তে ইয়াৰ অৰ্থ কি হয়? ইয়াৰ অৰ্থ এয়ে হয় যে পাণবজাৰৰ

ব্যৱসায়ী গোষ্ঠীৰ মাজত ভদ্ৰেশ্বৰ কাকতিৰ নাম ইতিমধ্যে প্ৰচাৰ হৈ গৈছে। অৰ্থাৎ ভদ্ৰেশ্বৰৰ একপ্ৰকাৰ প্ৰতিষ্ঠা হৈয়ে গৈছে। সি চিঞৰি কুন্তীক মাতে,—

কুন্তী! হেই কুন্তী, শুনি যা। শুনিছনে নাই, হেই কুন্তী।

কি হ'ল? –কুন্তীয়ে দৌৰি আহি কয়।

আজি তোমাৰ কাম নাই নেকি ককাইদেউ, মোক মাতিবলৈ সময় যে পালা, তোমাৰ হিচাপ, এষ্টিমেট্—সেইবোৰ হ'ল জানো?

কুন্তী, শুন। এযোৰ ভাল পেণ্ট-চাৰ্ট মোৰ বাবে উলিয়াই থ'বিচোন! আবেলি মোৰ নিমন্ত্ৰণ আছে।

ককাইদেউ!—কুন্তীয়ে কয়। ককাইদেউ, মোৰে শপথ, তুমি কথাবোৰ ইমান গম্ভীৰ হৈ নক'বা। তোমাক সুশুৱায়। আৰু তুমি এনেকুৱা কৰিছা যেন জীৱনত এই তোমাৰ প্ৰথম নিমন্ত্ৰণ। তোমাৰ বাৰু কি এনেকুৱা নিমন্ত্ৰণ যে তুমি ইমান উত্তেজিত হৈছা?

মোৰেই কপাল বেয়া কুন্তী, যে মই তোক মাতি আনি নতুন পেণ্ট-চাৰ্টৰ কথা ক'লোঁ। ভগৱানৰ সৃষ্টি বিস্ময়কৰ। নহ'লেনো সামান্য কথা এটাৰ পৰা তোৰ মগজুত এনেকুৱা প্ৰতিক্ৰিয়াৰ আৰম্ভ হয় যাৰ ফলত তোৰ মুখেদি শুৱলা ভাষাৰ অবাস্তৱ কথাবোৰ অবিৰাম গতিত ওলাই আহে। গম্ভীৰতাৰ কথা, শোভন-অশোভনৰ কথা, উত্তেজনাৰ কথা—এইবোৰৰ সন্ধান তই ক'ত পালি?

মোৰ নোট বুকটো এৰি থৈ আহিলোঁ ককাইদেউ। তোমাৰ মুখত এনেকুৱা দীঘল বক্তৃতা মই জীৱনত শুনা নাই। নোট বুক থকা হ'লে লিখি থ'ব পাৰিলোঁহেঁতেন। যি নহওক, এইবাৰ কোৱাচোন, কাৰ নিমন্ত্ৰণ? অকলে তোমাৰ, নে মোৰো? আৰু কৰিছে কোনে নিমন্ত্ৰণ?

এয়া চা,—ভদ্ৰেশ্বৰে কয়। নামটো ভালদৰে পঢ়িবলৈকে নোৱাৰোঁ, কোনোবা পাশ্ৰিচা। কাপোৰৰ দোকান এখন উদ্বোধন কৰিব পাণবজাৰত। অৱশ্যে নিমন্ত্ৰণটো কেৱল মোৰ নহয় অকলে, কাৰণ

লিখা আছে, সপৰিয়ালে। যদি তই যাব ভালেই হয়। ভয়ো ভাল কাপোৰ এযোৰ উলিয়াই থ। ভুয়ো একেলগে যাম আবেলি পাঁচ বজাত। কেৱল মই বুজি নাপালোঁ, সিহঁতে মোৰ নামটো কেনেকৈ বিচাৰি পালে।

মই যাম নে নাযাম ভাবি চাম ককাইদেউ। তোমাৰ কাপোৰ মই ঠিক কৰি থ'ম। আৰু, তোমাৰ নাম বিচাৰি পোৱা সহজ, আজি বাদে কাইলৈ তুমি পাণবজাৰৰ খ্যাতনামা এজন ব্যৱসায়ী। সেইবাবেইতো মই ভাবিছিলোঁ এনেকুৱা শেঠবিলাকৰ সম্মিলনলৈ যোৱাটো সমীচীন হ'বনে নহয়। আটাইতকৈ ভাল যি কাপোৰ যোৰা মোৰ আছে তাৰ দাম এশ পঁচিশ টকা, আৰু তোমালোকৰ শেঠসকলৰ গৃহিণী আৰু ভনীয়েকহঁতৰ গাত অন্ততঃ এহেজাৰ টকীয়া সাজ থাকিব। তুমি বোধহয় মোৰ কথাটো বাদেই দিব লাগিব, ককাইদেউ।

পাণবজাৰত সোমাই ভদ্ৰেশ্বৰ অবাক হৈ গ'ল। তাৰ দোকানৰ ওচৰৰ ঘড়ীৰ দোকানখন বন্ধ হৈ আছিল। আৰু সেই বন্ধ ঘড়ীৰ দোকানতে, কাপোৰৰ দোকাখনৰ শুভ উদ্বোধন। অথচ সি একো গমকে নাপালে। কোন সময়ত যে সিহঁতে ঘৰটো দখল কৰিলে, ফাৰ্ণিচাৰ বনালে, দ'ম দ'ম কাপোৰবোৰ আনি তাক সুন্দৰকৈ সজালে, সি ধৰিবই নোৱাৰিলে। ভদ্ৰেশ্বৰে ইমান দিনে ভাবি আছিল যে ঘড়ীৰ দোকানৰ ঘৰটো তেনেই সৰু। কিন্তু ভিতৰ সোমাই সি দেখিলে, ঘৰটো বেছ ডাঙৰ। আৰু আচলতে যিমান ডাঙৰ তাতকৈ বহুত গুণে ডাঙৰ দেখা হৈছে কাপোৰৰ প্ৰাচুৰ্য্যৰ বাবে। নানা তৰহৰ কাপোৰ ইমান দক্ষভাৱে সজাইছে যে চালে চকু রৈ যায়। সি তবধ হৈ চাৰিওকালে চাবলৈ ধৰিলে। তেনেতে সুশ্ৰী আদহীয়া মানুহ এজনে তাৰ ওচৰলৈ আহি মিনতিৰ সুৰত ক'লে,—

আহক আহক, কাকতি বাবু। মই জানিছিলোঁ আপুনি নিশ্চয় আহিব। বৰ ভাল পালোঁ আপুনি যে আহিছে।

ভদ্ৰেশ্বৰে তেওঁলৈ চালে,—

আপুনি মোৰ নাম পৰ্য্যন্ত জানে। মই কিন্তু আজিহে আপোনাক প্ৰথম দেখিছো ; ইয়াৰ আগতে দেখা মনত নপৰে। তলে তলে আপুনি,—

আপুনি মোক অবাক কৰিলে। কাষৰ দোকানখন আপোনাৰ, আৰু মই আপোনাক চিনি নাপাম ? তেনেহ'লে মই কিহৰ ব্যৱসায়ী ? আপুনি অৱশ্যে মোক চিনি নাপাব ; কাৰণ মই গুৱাহাটীলৈ অহা মাত্ৰ সাত দিন হ'ল। এতিয়া আহক, চাহ এটোপা গ্ৰহণ কৰকহি। আমিতো সদায়ে লগ পাম।

মানুহৰ ভিৰ ঠেলি ভদ্ৰেশ্বৰ আগুৱাই যায়। আটাইবোৰ মানুহে চাহ-মিঠাই খাইছে ; আৰু নানা মিলৰ, নানা তৰহৰ কাপোৰৰ কথা পাতিছে। কটন, টেৰিকটন, ইজিপ্সিয়ান কটন, ছিফ্ৰণ, এমেৰিকান নাইলন, পলিয়েষ্টাৰ, আৰু যে কত কি ! সিহঁতৰ কাৰো লগত কথা পতাৰ সুযোগ ভদ্ৰেশ্বৰে বিচাৰি নাপায়। ইমান কাপোৰৰ নাম সি জানিব কেনেকৈ ? ব্ৰহ্মপুত্ৰৰ বালিচৰৰ কথা সি পাতিব জানো। কুন্তীক লৈ অহা হ'লে ভাল আছিল।— সি ভাবে।—ছোৱালীবোৰে নানা কাপোৰৰ নাম জানে। তথাপি নতুন কাপোৰবোৰৰ গোন্ধবিলাক তাৰ ভাল লাগে। সন্দেশ-বিলাক খাইও ভাল লাগে। আৰু গোটেই পৰিবেশটো তাৰ ভাল লাগে। এৰা, সি নিজৰ মনতে ভাবে, এয়াহে ব্যৱসায়। এয়া অকণমানি কোঠা এটাৰ ভিতৰতে লক্ষ লক্ষ টকা। দৈনিক বিক্ৰী কিমান হ'ব বাৰু ? একেবাৰে কম হ'লেও দুহেজাৰ। আটাইবোৰ খৰচ বাদ দি যদি শতকৰা দহ টকাও লাভ হয়, তেনেহ'লে মাহেকত লাভ ছহেজাৰ টকা। ভদ্ৰেশ্বৰৰ মূৰ ঘূৰাই যায়। অৱশ্যে বেঙ্কৰ ঋণ আৰু তাৰ সুদৰ কথা আছে, যদিহে তেনেকুৱা কিবা ঋণ ল'বলগীয়া হৈছে। মাহেকত তাত যদি এহেজাৰ টকাও যায়, তথাপি লাভ থাকিল পাঁচ হেজাৰ। ভদ্ৰেশ্বৰে ভাবে তাৰ হিচাবটোৱে কিবা ভুল হৈ গ'ল নেকি !

এয়া দেখোন কাকতি। আহক, অকলে কি ভাবিছে। মই খেমকা,—দেবকী খেমকা। হেই শকু, এইফালে আহ। এয়া আমাৰ কাকতি ডাঙৰীয়া, এয়া মোৰ ছোৱালী, কাকতি,—শকুন্তলা।

ভদ্ৰেশ্বৰে খেমকাক নমস্কাৰ জনাই ছোৱালীজনীলৈ চালে। খেমকাই নিজৰ ছোৱালী বুলি কৈছে যেতিয়া সন্দেহৰ স্থল নাই। কিন্তু কাকতিয়ে দেখিলে শকুন্তলা বোলা যিজনী ছোৱালীয়ে তালৈ চাই নমস্কাৰ জনালে তাইৰ কোমৰত ল'ৰাই পিন্ধা দীঘল, তলে পুতল এটা পেন্ট, ঈষৎ-নীলা তেনেই পাতল কিবা কাপোৰৰ এটা পেন্ট, বুকুত ঠিক একে বৰণৰ একে পাতল চি-থ্ৰু কাপোৰৰ এটা চাৰ্ট, চুলিবোৰ চুটি, দীঘল নখবিলাকত আৰু ওঁঠত মিলি যোৱা কিবা ৰং। আৰু আন বেছি চাবলৈ ভদ্ৰেশ্বৰৰ মন নগ'ল। তাইলৈ তেনেকৈ চাই থকা দেখিলে মানুহে কি ভাবিব! আৰু তায়ে বা কি ভাবিব! সি হাঁহিলে,—তাইলৈ চাই এনেয়ে মিছাকৈ মিচিকিয়াই হাঁহিলে। কথা ক'লে শকুন্তলাই--

আপোনাৰ শুভ উদ্বোধনলৈ আমালৈ মনত পৰিব জানো? মই কিন্তু লাজ-কাজ নামানি আগতীয়াকৈ কৈ থ'লোঁ দেই। নামাতিলে বেয়া পাম কিন্তু।

নামাতিম?—ভদ্ৰেশ্বৰে ক'বলৈ কথা বিচাৰি নাপালে। —আপোনাক নামাতিম কেলৈ? সেই প্ৰশ্নই নুঠে।

কি প্ৰশ্ন নুঠে?—শকুন্তলাই সোধে।

কি ক'লে?—ভদ্ৰেশ্বৰ যেন অলপ ঘামি উঠে।

একো কোৱা নাই।—শকুন্তলাই মিচিকিয়াই হাঁহে। আপুনি চিগাৰেট খায় জানো?—চিগাৰেটৰ টেমা এটা আনি তাই ভদ্ৰেশ্বৰৰ আগত ধৰি থাকে। ভদ্ৰেশ্বৰে কথমপি টেমাটোৰপৰা চিগাৰেট এটা আনি মুখত লয়। কি চিগাৰেট চাবলৈ তাৰ সময় নহয়। মুখত চিগাৰেটটো লৈ দিয়াচলাই বিচাৰি জেপত হাত ভৰোৱাৰ লগে লগে অকস্মাৎ তাৰ মুখৰ আগত লাইটাৰ জ্বলি উঠিল।

মুখত সেই মিচিকিয়া হাঁহি লৈ শকুন্তলাই তাৰ চিগাৰেটটো জ্বলাই দিয়ে। তাৰ মুখৰপৰা ওলাই আহে,—

থেঙ্কস্।

ওৱেল্‌কাম্। শকুন্তলাই সংক্ষেপে কয়।

ভদ্ৰেশ্বৰ অলপ বিব্ৰত হয়। ছোৱালীয়ে চিগাৰেট জ্বলাই দিয়াটো বৰ শোভন যেন নালাগিল তাৰ। সিও কিবা এটা কৰা উচিত। তুৰন্তে কিবা এটা কৰা উচিত। চুটি চুলি, দীঘল পেন্ট, তেনেই পাতল চাৰ্ট—। সি ঠিক কৰি পেলালে। এখোজ গৈ চিগাৰেটৰ টেমাটো আনি তাইৰ আগত ধৰি সি ক'লে,—

আপুনি নাখায় চিগাৰেট?

চিগাৰেট! ভাল কথা কৈছে আপুনি। চিগাৰেট খোৱা দেখিলে পাপাই মোক ডুটুকুৰা কৰিব। চিগাৰেট নাখাওঁ, তামোল নাখাওঁ, খৈনী নাখাওঁ। তথাপি, ধন্যবাদ।

ও, কিন্তু মই চকুলেট খাওঁ। এতিয়াই আপুনি দৌৰি গৈ আনি দিব নালাগে। মাত্ৰ আপোনাক জনাই থ'লোঁ। আহক, মোৰ বন্ধুবিলাকৰ লগত আপোনাৰ পৰিচয় কৰাই দিওঁ।

এয়া দোকান আপোনালোকৰ?—ভদ্ৰেশ্বৰে সোধে।

নাই নাই। আমাৰ নহয়। ও, আপুনি ভাবিছে মই ইয়াত ইমান মাতব্বৰি কৰিছোঁ কিয়। মোৰ কি যে এটা বেয়া অভ্যাস, জানে। যি কোনো মানুহৰ কিবা এটা ভাল হ'লে বা হোৱাৰ সম্ভাবনা দেখিলে, মোৰ অসম্ভৱ ভাল লাগে। ইয়াত মইও আপোনাৰ দৰেই নিমন্ত্ৰিত। আপুনি কথা কম কয়, মই বেছি কওঁ। আপুনি চাই থাকক, দুদিন পাছত মইও গদিত বহি ল'ম, আৰু তেতিয়া অনৰ্গল কথা কৈ থাকিম। ব'লক এতিয়া।

ভদ্ৰেশ্বৰক লৈ শকুন্তলা ভিৰৰ ভিতৰলৈ গৈ থাকে। এবাৰ অকণমান ৰৈ তাই ভদ্ৰেশ্বৰক ক'লে,—

আপুনি সদায় সঁচা কথা নকয় দেই।

সঁচা কথা নকওঁ? আপোনাক মই কেতিয়া মিছা কৈছোঁ?

অলপ আগতে। আপুনি কৈছিল আপোনাৰ দোকানৰ উদ্বোধনলৈ আমাক নিমন্ত্ৰণ কৰিব। সেই কথা সঁচা নহয়। কাৰণ আপুনি আমাৰ ঠিকনা নাজানে। দেউতাৰ বিজিনেস্ কি তাকো আপুনি নাজানে।

সিদিনাখন ৰাতি ভদ্ৰেশ্বৰৰ টোপনি নহ'ল। আজি ছমাহে সি ব্যৱসায়-বাণিজ্যৰ একোকে কৰিব নোৱাৰিলে। বন্ধুবিলাকক লৈ সি ঘূৰি ফুৰিলে আৰু চাহৰ দোকানত, ৰেষ্টোৰাঁত চাহ-ভাত খালে। কিমান শ টকা তাৰ এনেকৈ গ'ল তাৰ হিচাবেই নাই। অথচ ক'ৰবাৰ এটা পাঞ্জাবী আহি, সাত দিনৰ ভিতৰতে বিৰাট দোকান খুলি বহি গ'ল, আনকি শকুন্তলাৰ দৰে ছোৱালী এজনীয়ে গদিত বহাৰ কথা ভাবে। তাইৰ বয়স খুব বেছি পঁচিশ বছৰ। অথচ তাই ব্যৱসায়ৰ কথা কি নাজানে! সিহঁতৰ কাপোৰৰ দোকান নাই। অথচ তাই আটাইবোৰ টেক্স্‌টাইল্ মিলৰ কথা জানে, কাপোৰবোৰ চিনি পায়, দামৰ কথা জানে। নহয়, সি কিবা এটা তুৰন্তে কৰিব লাগিব।

ৰাতিপুৱা ন বজাত উঠি সি চাহ খোৱাৰ পাছতে মহন্ত আৰু খাউণ্ড দুয়ো আহি ওলাল। দুয়ো আহি দেখিলে যে ভদ্ৰেশ্বৰ গম্ভীৰ আৰু চিন্তান্বিত। তথাপি তালৈ বৰ মন নিদি সিহঁতে কুন্তীক মাতিলে। প্ৰথমতে চাহ, তাৰ পাছত অন্য কথা। কুন্তীয়ে চাহ-জলপান আনি দুয়োকে দিলে। খাউণ্ডে ক'লে,—

কিহে কুন্তী, তোমালোকে দেখোন আমাক নিচিনাই হ'লা। মানুহে কোৱা শুনিছিলোঁ, ব্যৱসায়ীৰ একমাত্ৰ বন্ধু তাৰ ব্যৱসায়। তোমালোকেও এতিয়া ব্যৱসায়ত নামিলা যেতিয়া, বন্ধুত্বৰ পৰিসৰ সীমাবদ্ধ হৈ গ'ল যেন পাইছোঁ।

উত্তৰ দিলে ভদ্ৰেশ্বৰে,—

শুন খাউগু। তই তোৰ তত্ত্বৰ কথাবোৰ আন ক'ৰবাত ক'বিগৈ। তাত হয়তো সমাদৰ পাবি। মোক তই কচোন, মই কি বিজিনেস্ কৰিছোঁ বা কৰিবলৈ আৰম্ভ কৰিছোঁ ?

মহন্তই মাত লগালে,—

মই তোক কৈছিলোঁ নে নাই খাউগু ? যোৱাকালি খেম্‌কাৰ ছোৱালীজনী দেখাৰ পাছত ভদ্রেশ্বৰৰ গাটো কিবা জ্বৰ জ্বৰ লাগি থাকিব। কোৱা নাছিলোঁ জানো ?

কাৰ ছোৱালী ?—কুন্তীয়ে সুধিলে।

তই ইয়াৰ পৰা যাগৈ কুন্তী। চাহ-জলপান দিছ যেতিয়া তই নিশ্চিন্তে ইয়াৰ পৰা যাব পাৰ।—ভদ্রেশ্বৰে কয়।

মই তোমালোকৰ আলোচনাত বাধা নিদিওঁ ককাইদেউ।—কুন্তীয়ে কয়। লাগিলে তোমালোকে ছোৱালীৰ কথাকে পাতা। মই লাজ নকৰোঁ। তোমালোকে লাজ নকৰিলেই হয়। কাৰ ছোৱালীৰ কথা কৈছিলা, মহন্ত ককাদেউ ?

আৰু কোন হ'ব ? সেই খেম্‌কাৰ ছোৱালী। বছৰেকৰ দহ মাহ তাই থাকে বোম্বাইত। পঢ়িছিল বোম্বাইৰ কলেজত। আৰু সেই বোম্বেৱালী ছোৱালীয়ে কালি আমাৰ ভদ্রেশ্বৰ কাকতিৰ লগত যেনেকুৱা আলাপ-আলোচনা কৰিলে, তই শুনিলে তবধ মানিবি কুন্তী।

খেম্‌কাৰ ছোৱালী ?—কুন্তীয়ে সোধে। বোম্বেত পঢ়ে ? ও বুজিছোঁ শকুন্তলা। কিয় তাইয়েতো ইকনমিক্‌ছত ফাৰ্ষ্ট ক্লাছ পাইছিল। ধুনীয়া পেণ্ট পিন্ধে, গাৰ বৰণৰ চাৰ্ট পিন্ধে, অনর্গল ইংৰাজীৰে কথা কয়,—সেই শকুন্তলাই তোমাৰ লগত বন্ধুত্ব কৰিছে ককাইদেউ ? সঁচাকৈ তোমাৰ কপাল ভাললৈ আহিছে যেন পাইছোঁ।

ভদ্রেশ্বৰে অতিষ্ঠ হৈ কয়,—

কুন্তী, তইতে দেখিছোঁ সংসাৰৰ আটাইবোৰ কথা জান।

মই ইমান নাজানো। মোৰ মনত পৰাত শকুন্তলাই মোৰ লগত ইংৰাজীৰে কথা কোৱা নাই। আৰু তাই কিমান বিদ্বান, কিমান চতুৰ, সেই কথাৰো মোৰ দৰ্কাৰ নাই। মোৰ নিজৰে সমস্যাৰ অন্ত নাই, পৰৰ কথা লৈ চৰ্চ্চা কৰি থাকিবলৈ মোৰ সময়ো নাই। শকুন্তলাই মোৰ লগত যেনেকৈ কথা পাতিছে, তালৈ অহা এশজন মানুহৰ লগত তেনেকৈয়ে কথা পাতিছে। তহঁতৰ চাহ খোৱা শেষ হ'লে তহঁত যাগৈ মহন্ত। মোৰ সঁচাকৈ বহুত কাম আছে।

থিয় হ'ল খাউণ্ড। সি মহন্তক ক'লে,—

ব'ল মহন্ত, আমি যাওঁগৈ ব'ল। শকুন্তলাৰ বাপেক খেমকা কৌটিপতি। গুৱাহাটীলৈ যে তেওঁলোক আহি সামান্য ব্যৱসায় ইয়াত কৰিছে, সেয়া আমাৰ ভাগ্য। কাৰণ কলিকতা-বোম্বেৰ ব্যৱসায় খেমকা পৰিয়ালৰ বাবে যথেস্ট। সেই খেমকাৰ লগত পৰিচয় হোৱাৰ পাছত, আমাৰ লগত ভদ্ৰেশ্বৰে কি আলোচনা কৰিব? মহন্তও উঠে। ভদ্ৰেশ্বৰে আকৌ কয়,—

তহঁতৰ আজি কি হৈছে, সঁচাকৈ মই ধৰিব পৰা নাই। মই কি কৰিছোঁ বাৰু! মোক নিমন্ত্ৰণ কৰিছে, সেই নিমন্ত্ৰণলৈ মই গৈছোঁ। আৰু যিহেতুকে মোৰ বাহিৰেও আন মানুহ তালৈ আহিছিল, মই দুই-এজন মানুহক লগ পাইছোঁ। ইয়াত যে মোৰ কি অপৰাধ ক'ত হ'ল, মই জনা নাই। তহঁতে যাব খুজিছ যাগৈ। মাত্ৰ ইয়াকে ভাবি মোৰ বেয়া লাগিছে যে আজি ছমাহ অনাই-বনাই ফুৰিছোঁ, কিন্তু কোনোফালে একো অগ্ৰসৰ হ'ব পৰা নাই। অথচ সেইবোৰ মানুহে সাত দিনৰ ভিতৰতে ডাঙৰ একোটা ব্যৱসায় হেলাৰঙে আৰম্ভ কৰি দিয়ে। হয় নে নহয় ক।

মহন্ত আৰু খাউণ্ড দুয়ো আকৌ বহে। খাউণ্ডে কয়,—

তই অগ্ৰসৰ হোৱা নাই মানে? অনাই-বনাই ফুৰিছ বুলি যে কৈছ, তাৰ অৰ্থ কি হয়?

তাৰ অৰ্থ এয়ে হয়, মহন্তই কয়,—তাৰ অৰ্থ হ'ল যে আমাৰ

লগত অনাই-বনাই ঘূৰি-ফুৰি ভদ্রেশ্বৰে মিছাকৈ সময় নষ্ট কৰিছে। কিন্তু ভদ্রেশ্বৰ, তোৰ কাম জানো আগবঢ়া নাই? ঘৰ-দুৱাৰ ঠিক হ'ল, বয় বস্তুবোৰৰ যোগাৰ হ'ল; তোৰ একপ্রকাৰ অফিছ ঠিক হ'ল। বাকী আছে মাত্র ছাইন্‌বোৰ্ডখন।

ছাইন্‌বোৰ্ড!—ভদ্রেশ্বৰে কয়। এৰা, সেই কথা মই ভবাই নাই। ছাইন্‌বোৰ্ডখন ক'ত কৰিবলৈ দিম বাৰু?

ছাইন্‌বোৰ্ড লিখা অনুষ্ঠান বহুত আছে, খাউণ্ডে কয়। তই কব যদি মই আজিয়ে অৰ্ডাৰ দিব পাৰোঁ। তেতিয়া হ'লে পৰহি তোৰ ছাইন্‌বোৰ্ড আহি যাব। কিন্তু কি নাম দিবি?

ককাইদেউ, এটা কথা সুধি মই যাওঁগৈ,—কুন্তীয়ে কয়। তোমাৰ দোকানখন কিহৰ দোকান হ'ব? মানে, তাত কি বস্তু থাকিব?

মহন্ত আৰু খাউণ্ড দুয়ো ভদ্রেশ্বৰৰ ফালে চালে। ভদ্রেশ্বৰে কুন্তীৰ ফালে চালে। কাৰো মুখৰ পৰা এটা কথাও নোলাল। সিহঁতে পৰস্পৰে আকৌ পৰস্পৰৰ ফালে চালে। কুন্তী লাহে লাহে ওলাই গ'ল। বহুত সময় মনে মনে থাকি ভদ্রেশ্বৰে ক'লে,—

দৰাচলতে কি হ'ল জান?—সি আকৌ অলপ পৰ মনে মনে থাকি কয়,—দৰাচলতে, ঘৰ বিচৰা, বয়-বস্তু ফাৰ্ণিচাৰ আদিৰ কথা ভবা, অফিছৰ কাগজ-পত্র ঠিক কৰা,—এইবিলাক কামত ইমান ব্যস্ত হৈ থাকিলোঁ যে আচল কথাটো ভাবি সিদ্ধান্ত কৰাৰ সময়ে নহ'ল।

যি নহওক, সিহঁত তিনিও গভীৰভাৱে চিন্তা কৰিবলৈ আৰম্ভ কৰিলে। এবাৰ ভাবিলে যে কাপোৰৰ দোকানেই ভাল চলিব, কিন্তু টকা লাগিব বহুত। ঘৰীৰ দোকানৰ কথাও একেই। খেলাধূলা স্পোৰ্টছৰ বস্তু ৰাখিব পৰা যায়, লগতে গান-বাজনাৰ বস্তু। কিন্তু এইবোৰ বস্তুৰ ছখন দোকান পাণবজাৰত ইতিমধ্যে আছেই। সিহঁতে আৰু এবাৰ চাহ খাই ল'লে আৰু দুপৰীয়া বাৰ বজালৈ আলোচনা কৰি থাকিল। সৰ্ব্বশেষত সিহঁত আটায়ে ঠিক কৰিলে যে ইলেক্‌ট্রিক্ বস্তু বাহানিৰ দোকান খোলাই প্রশস্ত।

অবিৰাম বিক্ৰী হ'ব, লাভো হ'ব। সেয়ে ঠিক হ'ল,—দোকানৰ নাম হ'ব,—

আছাম ইলেক্‌ট্রিকেল্‌স্‌।

সিহঁতৰ আটাইৰে মনলৈ বিৰাট শান্তি আহিল, এটা ডাঙৰ চিন্তা আঁতৰিল। এইবাৰ একাপ একাপ চাহ খাই ভাগৰ পলুৱাব লাগিব। ভদ্রেশ্বৰে মাতিলে—

কুন্তী! চাহ তিনি কাপ আন কুন্তী। সোনকালে।

কিন্তু কুন্তী অহাৰ আগতে বাহিৰৰ পৰা আহিল পিয়ন। পিয়নজনে ভদ্রেশ্বৰক চিঠি এখন দি গুচি গ'ল। ভদ্রেশ্বৰে চিঠি-খন খুলিলে আৰু দুয়ো বন্ধুৱে দুইপিনৰ পৰা ভদ্রেশ্বৰৰ মুখৰ ফালে চাই থাকিল। চিঠিখন পঢ়ি অত্যন্ত হতাশ ভাবত ভদ্রেশ্বৰে মূৰটো টেবিলৰ ওপৰত থৈ দিলে। মহন্ত আৰু খাউণ্ড দুয়ো প্ৰায় একে সময়তে কৈ উঠিল,—

কি হ'ল অ'? কাৰ চিঠি?

ভদ্রেশ্বৰে অলপ সময় নীৰৱে থাকি, লাহে লাহে মূৰটো টেবিলৰ পৰা তুলি ক'লে,—

নক'বি আৰু! আজি পাঁচ মাহ আগতে দৰ্খাস্ত এখন দিছিলোঁ। ইস্কুলৰ চাকৰি এটা বিচাৰি। এয়া নিয়োগ-পত্ৰ। মোক স্কুলৰ মাষ্টৰৰ চাকৰি এটা দিছে।

মহন্তই ক'লে,—

গভৰ্ণমেণ্ট স্কুল? ভালেই তো।

ভদ্রেশ্বৰে ক'লে,—

গভৰ্ণমেণ্ট স্কুল নহয় যদিও একে কথা। স্কুলখনৰ নাম চৰকাৰী সাহায্যপ্ৰাপ্ত বাপুৰাম মহন্ত উচ্চ ইংৰাজী স্কুল। অঙ্কৰ মাষ্টৰ।

খাউণ্ডে ক'লে,—

কি বুলি ক'লি নামটো? চৰকাৰী সাহায্যপ্ৰাপ্ত বাপুৰাম মহন্ত উচ্চ ইংৰাজী স্কুল। দীঘল দেই নামটো। তোৰ কপালেই ভাল।

# উকা এটি মন

১

তাৰকনাথক সাবটি ধৰি ইন্দ্ৰজিতে অনৰ্গল কৈ যায়,—

এনেকুৱা সন্ধিক্ষণত যে তই আহি পাইছ তোক মই কি কম টি-এন্। তোক দেখা নাপাই মই বলিয়াৰ দৰে হৈ গৈছিলোঁ, জান? মই জানো মোৰ চিঠি পালে তই নাহি থাকিব নোৱাৰ। তথাপি, আৰু তিনিমাহ পাছত তোৰ আই. এ. এছ. পৰীক্ষা। যদি আহিব নোৱাৰ বুলি টেলিগ্ৰাম এখন দি দিয়, তেতিয়া? তেতিয়া মোৰ উপায় কি হ'ব?

তাৰকনাথে হাতৰ এটাছি কেছটো ওচৰৰ টেবিলখনৰ ওপৰত থৈ লাহে লাহে কয়,—

তোৰ কিবা এটা দৰ্কাৰ আছে মই বুজি পাইছোঁ জিৎ। কিন্তু মই আহি পোৱা মাত্ৰকে তই মোৰ উশাহ-নিশাহ বন্ধ কৰি ধৰি মোক মাৰি পেলোৱাটোৱেই তোৰ একমাত্ৰ দৰ্কাৰ, এই কথাটো বুজি পোৱা নাছিলোঁ। এতিয়া অকণমান তই যদি তোৰ বাহুবন্ধনৰ পৰা মোক মুক্ত কৰি দিব পাৰ, তেনে মই উশাহটো ফিৰাই অনাৰ যত্ন কৰিব পাৰোঁ। নে, তোৰ ইচ্ছা নাই?

ধেৎ, এৰা, হয়তো। —ইন্দ্ৰজিতে কয়।

তই আহি পাইছ মাত্ৰ। মুখ-হাত ধো। অকণমান জিৰাই ল। তাৰ পাছত কথা হ'ম। মোৰ যে কি ভাল লাগিছে তোক মই কি ক'ম। মানে তোক দেখা পোৱাৰ পাছত। মোক তই বচালি।

মই মুখ-হাত ধুম বাৰু। আৰু মই কোনো হেজাৰ মাইল ভ্ৰমণ কৰি অহা নাই। মাত্ৰ দেড়শ মাইল। কিন্তু, কি তোৰ জীৱন-

মৰণ সমস্যা? যি সমস্যা মই অভাজনৰ বাহিৰে আন কোনেও সমাধান কৰিব নোৱাৰে?

ভিতৰৰ পৰা ইন্দ্ৰজিতৰ মাকে মাত দিলে,—

কোন অ' ইন্দ্ৰ? তাৰকনাথ আহি পালে নেকি? ভিতৰলৈ তাক লৈ আহ। ইমান দূৰৰ পৰা সি আহি পাইছে আৰু তই তাক বহিবলৈ নিদি, তোৰ বক্তৃতা আৰম্ভ কৰিছ। ভিতৰলৈ আহ। সি জিৰাই-সঁতাই লওক। তাৰ পাছত কথা হ'ব।

ইন্দ্ৰজিৎ আৰু তাৰকনাথ দুয়ো বাৰাণসীত পঢ়িছিল। ইন্দ্ৰজিৎ-হঁতৰ অৱস্থা ভাল। চাৰে সাত বিঘা মাটিৰ চৌহদত সিহঁতৰ ওঠৰটা কোঠাৰ বিৰাট ঘৰ। মানুহ কম। বায়েক তিনিগৰাকীৰ বিয়া হৈ যোৱাৰ পাছত ঘৰত থাকিল সিহঁত দুই ভাই। সৰু ভায়েকজন থাকে জাৰ্মেনীত আৰু ইন্দ্ৰজিৎ থাকে ঘৰত, মাকৰ লগত। সি ডাঙৰ কাৰবাৰ কৰে। এড়ি, মুগা আৰু পাটৰ কাপোৰবোৰ সি দিল্লীলৈ নিয়ে, আৰু তাত সেই কাপোৰবোৰ ব্লিছিং কৰি তাত নানা ৰকমৰ ৰং দি বিদেশৰ নানা ৰাজ্যলৈ ৰপ্তানি কৰে। ধৰিবলৈ গ'লে মাহেকত কুৰিদিন সি দিল্লী-বোম্বাইত থাকিবলগাত পৰে। তেতিয়া ঘৰত থাকে তাৰ পত্নী গীতালী আৰু তাৰ মাক। চাকৰ-নাকৰ থাকে; গতিকে তাৰ ঘৈণীয়েক আৰু মাকে কাম-কাজৰ বাবে অসুবিধাত নপৰে।

তাৰকনাথহঁত ধনী নহ'লেও তেনেই নিছলাও নহয়। সা-সম্পত্তি সিহঁতৰো আছে। ইন্দ্ৰজিতে বি. এ. পাছ কৰি ব্যৱসায়ত লাগিল। তাৰকনাথে এম. এ. পাছ কৰি আই. এ. এছ. পৰীক্ষা দিয়াৰ চেষ্টা আৰম্ভ কৰিলে। ইন্দ্ৰজিতে বিয়া কৰোৱাৰ তিনি বছৰ হ'ল। তাৰকনাথে বিয়া কৰোৱাৰ সময় উলিয়াব পৰা নাই।

তাৰকনাথে ইন্দ্ৰজিৎহঁতৰ ঘৰলৈ কেবাবাৰো আহিছে। গতিকে তাৰ বাবে এই ঘৰ-দুৱাৰ নতুন একো নহয়। তথাপি ঘৰ-দুৱাৰবোৰ সদায়ে তাৰ মনত নতুন যেন লাগে। ইমান বিশাল

এটা ঘৰ, ডাঙৰ ডাঙৰ কোঠা, নানা ৰকমৰ আচবাব-ফার্ণিচাৰ, দীঘল উজ্জ্বল আয়না, ধুনীয়া বিছনা,—সি যেন চাই চাই বস্তুবোৰ অন্ত কৰিব নোৱাৰে। প্ৰবাদ আছে, ইন্দ্ৰজিতৰ দেউতাকে কিছুমান ফার্ণিচাৰ আনিছিল কোচবিহাৰৰ মহাৰাজৰ পৰা, হাতীৰ দাঁতবোৰ গৌৰীপুৰৰ ৰজাৰ পৰা, মাৰ্ব্বল পাথৰৰ মূৰ্ত্তি কেইটা জয়পুৰৰ পৰা, আৰু খিৰিকীৰ পৰ্দাবোৰ কাশ্মীৰৰ পৰা। আগৰবাৰ আহোঁতে তাৰকনাথে ভাবিছিল, দুটা ৰুমৰ বয়বস্তুবোৰৰ সম্পূৰ্ণ তালিকা এটা সি কৰিব। কিন্তু সি মাত্ৰ তিনিদিন আছিল, গতিকে তাৰ আশা পূৰ্ণ নহ'ল।

বিশাল ডাইনিং কোঠাটোত বহি চাহ খাই থাকোঁতে তাৰকনাথে আকৌ চাৰিওফালে চায়। পিতলৰ টাববোৰ চিক্‌চিকাই থাকে, টেবিলখনৰ ওপৰৰ চানমাইকাখিনি উজলি থাকে, সি বহি থকা চেয়াৰখনৰ কুশ্বনখন কোমল কোমল লাগে; আৰু তাৰ ধাৰণা হয় বহুত কাললৈ এইঘৰ মানুহৰ টকাৰ নাটনি নহয়, এইঘৰ মানুহে দুখ কি তাক বুজি পোৱাৰ সুযোগ নাপায়।

ডাইনিং ৰুমৰ খিৰিকীয়েদি ঘৰৰ বাহিৰখন দেখা পোৱা যায়। সিহঁতৰ বাগিছাৰ ফুলবোৰৰ মৃদু গোন্ধ কেতিয়াবা ঘৰৰ ভিতৰলৈ ভাহি আহে, দূৰৰ টিলাটোৰ নীলাবোৰে মেঘৰ আঁৰে আঁৰে উৰি অহা যেন লাগে, আৰু সিহঁতৰ ঘৰৰ আধা মাইল আঁতৰেদি বৈ যোৱা ব্ৰহ্মপুত্ৰৰ শীতল কোমল তৰঙ্গৰ মৃদু গুঞ্জনবোৰ কাণত আহি পৰাৰ দৰে লাগে। তথাপি তাৰকনাথৰ ইচ্ছা হয় সি এবাৰ বাহিৰলৈ গৈ শুদা ভৰিৰে বনবোৰ গচকিব, লতাবোৰ চুব, ফুলবোৰ শুঙিব। কিন্তু তাৰ কোনো লোভ নালাগে। তাৰ নিজৰ কিয় ইমানবোৰ সম্পদ নেথাকিল, সেইবুলি তাৰ দুখ নালাগে। সম্পত্তি সি বেয়া নাপায়, ধৰমশালাত থাকি জীৱন কটাবলৈ তাৰ কোনো পৰিকল্পনা নাই, দৰিদ্ৰতাৰ গুণকীৰ্ত্তন সি নকৰে। কলিকতাৰ ধুনীয়া প্ৰাসাদবোৰ দেখিলে তাৰ ভাল লাগে, লোভ নালাগে।

ইন্দ্ৰজিৎহঁতৰ ঘৰ-বাগিছাৰ সৌষ্ঠৱ দেখিলে তাৰ ভাল লাগে, লোভ নালাগে। ইন্দ্ৰজিতৰ কিজানি ভাগো নালাগে বেয়াও নালাগে। আছে যেতিয়া আছেই। নোহোৱা হোৱাৰ কোনো আগন্তুক নাই যেতিয়া, থকা বস্তুৰ অস্তিত্ব সম্বন্ধে তাৰ কোনো কৌতুহল নাই। সি ধন ঘটে, কাৰণ ধন ঘটা এটা কৰ্তব্য, এটা নিচাও।

তই কিবাকিবি কিতাপ আৰু নোট নিশ্চয় লগত লৈ আহিছ, নহয় জানো টিএন্? কি স্বৰ্গলাভৰ বাবে তই এনেকৈ পঢ়ি মৰ অৱশ্যে মই বুজি নাপাওঁ। আই. এ. এছ.? তাৰ পাছত? তাৰ পাছত নিৰ্ঘাত চাকৰি। চাকৰি মানে যাবজ্জীৱন দুৰ্দ্দশা আৰু অনাটন। অৱশ্যে তোৰ লগত মই তৰ্ক নকৰোঁ, তোৰ জীৱন তোৰ কথা। কেৱল মাজে মাজে ভাবি মই অবাক হৈ যাওঁ, তোৰ দৰে মগজু থকা মানুহ এজন কেনেকৈ ইমান মূৰ্খ হ'ব পাৰে।

তাৰকনাথে তাৰ কথাৰ ওপৰত কোনো মন্তব্য নকৰাকৈ, সোধে,—মই আহি পোৱাৰ লগে লগে তোক সুধিছিলোঁ, তোৰ জীৱন-মৰণ সমস্যাটো কি? মোক মাতি পঠিয়াইছিলি কিহৰ বাবে?

তোক মাতিছিলোঁ এইবাবে,—ইন্দ্ৰজিতে কয়,

এইবাবে যে মই কাইলৈ ৰাতিপুৱা পাঁচ বজাতে যাব লাগে বোম্বেলৈ। যাব নোৱাৰিলে মোৰ কিমান ক্ষতি আৰু দুৰ্দ্দশা হ'ব, তোক ক'লে তই বুজিবি। সংক্ষেপে ক'বলৈ হ'লে, মোৰ বিস্তৰ ক্ষতি হ'ব, অৰ্থাৎ কেবালাখ টকা। তোৰ কাম আছে মই জানো, মোৰ ক্ষতি হ'ল বুলি তোক আমনি কৰাৰ···

বিনয়খিনি বাদ দে জিৎ, তাৰকনাথে কয়। মোৰ লগত কোনো কৰ্মেলিটিৰ দৰ্কাৰ নাই। তোৰ কিবা এটা দৰ্কাৰ নাথাকিলে মোৰ আগন্তুক পৰীক্ষা আদিৰ কথা জানিও তই মোক মাতি নানিলিহেঁতেন। তই মাতিছ, মই আহিছোঁ। কিন্তু লগত মই কিতাপ আৰু নোট আনিছোঁনে নাই সুধিছ কেলৈ? আৰু বোম্বেলৈ তই মাহত দুবাৰ যাৱ। গতিকে সেয়া কি নতুন কথা?

কিতাপৰ কথা এইবাবে সুধিছিলোঁ যে তই কমেও পোন্ধৰ দিন আমাৰ ইয়াত থাকিব লাগিব। এই সময়ত পোন্ধৰটা দিন তই নপঢ়াকৈ এনেয়ে মোৰ বাবে বহি থাকিলে মোৰ বৰ অপৰাধী যেন লাগিব। অথচ তই থাকিলে মই নিশ্চিন্ত হ'ব পাৰোঁ।

নিশ্চিন্ত ?—তাৰকনাথে কয়।

তোৰ চিন্তাটো কিহৰ ? তইতো ইমান ঘূৰাই-পকাই কথাবোৰ নকৰ জিৎ। আজি তোৰ কি হৈছে ? তই বোম্বেলৈ যাবি, গৈ অন্ততঃ পোন্ধৰ দিন তাত থাকিবি। সেইটো আকৌ কিহৰ সমস্যা ? নে, তোৰ ঘৰত ভাত ৰান্ধোতা মানুহ নাই যে মই ৰান্ধনীৰ অভাৱ পূৰাব লাগে ? সঁচাদেই জিৎ, তই যিমানেই ডাঙৰ ব্যৱসায় নকৰ কিয়, তোৰ কথাবোৰ কেচুৱাৰ দৰে। শুন জিৎ, তোৰ কথাবোৰ মই বুজি পাইছোঁ। আজি বোধহয় দেড় বছৰমান তই মোক দেখা নাই। মনতে ভাবিলি, বোম্বেলৈ যোৱাৰ আগতে এবাৰ সাধুসঙ্গ লাভৰ প্ৰয়োজন। কাৰণ তাত গৈ ব্যৱসায়ৰ নামত পৃথিৱীৰ আটাইবোৰ পাপ কাম কৰিবিগৈ। ঠিক আছে, দেখা-সাক্ষাৎ হ'ল। তই ৰাতিপুৱা পাঁচটাত যাবিগৈ। মই আবেলি পাঁচটাত যামগৈ। আৰু এনেকুৱা বলিয়ালি নকৰিবি। কিন্তু আজি গীতা বাইদেউ গ'ল ক'লৈ ? আহি পোৱাৰ আধা ঘণ্টা হ'ল, ছাঁটোকে দেখা নাই।

পৰিস্থিতিটোৰ কথা তোক বুজাই কোৱাই ভাল।—ইন্দ্ৰজিতে কয়। গীতালীৰ অসুখ। আজি প্ৰায় তিনি মাহ। কিযে অসুখ মই ঠিৰাংকৈ নাজানো। কিজানি ডাক্তৰেও নাজানে। আজি তিনি মাহে কিমান ডাক্তৰে কত ৰকমৰ পৰীক্ষা কৰিলে তাৰ অন্ত নাই। কিন্তু বোধহয় মোৰ কপালেই বেয়া, ভাল হওক চাৰি অসুখবোৰ বেছি জটিলহে হৈছে। মোক তই বিশ্বাস কৰ টিএন্, মোৰ নিজৰ দুখ-দুৰ্গতিৰ মাজলৈ তোক আনি তোক বিপদত পেলোৱাৰ উদ্দেশ্য মোৰ নাই। তোক মাতি আনিছোঁ দুটা কাৰণে। প্ৰথম কাৰণটো হ'ল, তোৰ পৰামৰ্শ লোৱা। কেৱাজনেও পৰামৰ্শ

দিছিল, গীতালীক কেইমাহমানৰ বাবে ইয়াৰপৰা আন কোনোবা ভাল ঠাইলৈ নি এটা মনোৰম পৰিবেশত ৰখা। তাকেই হয়তো কৰিব লাগিব। কিন্তু আৰু অন্ততঃপক্ষে ছমাহ মোৰ কোনো উপায় নাই। গতিকে মই তোৰ লগত আলোচনা কৰিবলৈ বিচাৰোঁ।

জিৎ, মোৰ লগত তই কি আলোচনা কৰিবি? ডাক্তৰ আছে, নাৰ্স আছে। দুজনী-তিনিজনী নাৰ্স তই অনায়াসে ৰাখি দিব পাৰ। আৰু তই নিজে আছ। ডাক্তৰ-নাৰ্সৰ কথা বাদ দে। তই নিজে ক'ব নোৱাৰ গীতা বৌৰ কি হৈছে? নে, তই কেৱল ডাক্তৰৰ ৰিপোর্ট লব আৰু দৰব আনি দিয়? সিমানতেই তোৰ কাম শেষ?

তই অলপ ধৈৰ্য্য ধৰি শুন। তই কথাবোৰ গমি চাব পাৰ; সেই বাবেইতো মই তোৰ মতামত বিচাৰোঁ। নাৰ্সৰ কথা কৈছিলি। দুজনী নাৰ্সৰ বন্দোবস্ত মই কৰিছিলোঁ। কিন্তু নাৰ্স দেখিলেই গীতালীয়ে এনেকুৱা ৰুদ্ৰৰূপ লয় যে তই ভাবিবই নোৱাৰ। গতিকে, মোৰ নিৰুপায় অৱস্থা দেখি মাইও তাকেই ক'লে, যে তোক মাতিব লাগে। মই ঘূৰি নহালৈকে তই ইয়াত থাক। ঘূৰি অহাৰ পাছত তোৰে সৈতে পৰামৰ্শ কৰি কিবা এটা উপায় কৰিব লাগিব। মা আৰু তই এই কেইদিনৰ বাবে মোক ৰেহাই দে। তোৰ অসম্ভৱ ক্ষতি হ'ব; আৰু দৰাচলতে যদি ভাব যে ইয়াত তোৰ পঢ়া-শুনা কৰাত ব্যাঘাত হ'ব, তেনে তোক মই জোৰ নকৰোঁ। মাই কিন্তু কৈছিল, ইচ্ছা কৰিলে সময় উলিয়াই তই দিনে দহ ঘণ্টা পঢ়িব পাৰিবি। তথাপি মই জানো যে তোৰ অসম্ভৱ অসুবিধা হ'ব, আৰু তই কাইলৈ পাঁচ বজাত যদি যাব খোজ, মই তোক বাধা নিদিওঁ।

তোক মই কথা এটি সুধিছিলোঁ। মই সুধিছিলোঁ, তই নাজান নেকি বৌদেউৰ কি হৈছে? মানে, তই নিজে সোধপোচ নকৰ?

তোৰ যে কথা টিএন্! বেমাৰৰ কথা মই কি জানো। মই জানো আজি তিনি মাহে গীতালীৰ অসুখ। কৈছো মহন্ত, কেবাজন

ডাক্তৰে চাইছে, শৌচৰ পৰা তেজলৈকে সকলোবোৰ পৰীক্ষা কৰিছে, ইন্‌জেক্‌ছন-দৰৱ যি লাগে দি আছে ; নাৰ্সে শুশ্ৰূষা কৰাৰ চেষ্টা কৰিছে, অৱশ্যে পৰা নাই।

জিৎ, তই নিজে কি কৰিছ ? থাওকদে বাৰু। সেয়া তইঁতৰ সমস্যা। তই মোক অবাবতে মাতি আনিলি, এই কথা সঁচা। কিন্তু আহি পালোঁ যেতিয়া, মই থাকিম। তই যাগৈ, ক'ত মৰ মৰগৈ। ব্যৱসায় তোৰ জীৱিকা নহয়,—এটা নিচা, মাৰাত্মক এটা নিচা। ব'ল, মাৰ লগত মোৰ কথা আছে।

২

কফিৰ গিলাছটো সৰু টেবিলখনৰ ওপৰত থৈ, তাৰকনাথে আকৌ এবাৰ গীতালীৰ ফালে চালে। গীতালী চকু দুটা মেলি শুই আছে। তাইৰ চকুত দৃষ্টি জানো আছে, তাৰকনাথে ভাবে। মুখেৰে কোনো শব্দ নকৰে, হাত-ভৰি নলৰায়, কেতিয়াবা উশাহ-বোৰ ঘনকৈ লয় আৰু ওপৰলৈ চাই থাকে। নাৰ্সজনী যোৱাৰ এঘণ্টা হ'ল, ওচৰৰ কোঠাটোত মাকৰ কিজানিবা চিলমিলকৈ টোপনি আহিল, ওপৰৰ অকণমান খিৰিকীখনৰ ওপৰত পৰি থকা চগা পোকবোৰ কেতিয়াবা আঁতৰি পৰিল। বাহিৰৰ ঘাঁহবোৰৰ ওপৰত দুই এটোপাল নিয়ৰ পৰিল, গীতালী শুই থকা বিছনাখনৰ ওপৰত কৰবাৰ পৰা অহা অকণি ছাঁ পৰিল, গীতালীয়ে দীঘলকৈ উশাহ ল'লে। তাৰ পাছত তাই মুৰটো লৰালে। চকু দুটা স্থিৰ কৰি তাৰকনাথৰ মুখলৈ চালে, আৰু নিজৰ হাতখন ভেলভেটৰ চাদৰখনৰ ওপৰৰ পৰা আনি চকুৰ আগত ধৰি আঙুলিবোৰ এটা এটাকৈ চাবলৈ আৰম্ভ কৰিলে। কোঠাটোৰ ভিতৰৰ নীৰৱতা-খিনি বেছি গধুৰ হৈ উঠিল। তাৰকনাথে কফিৰ গিলাছটো হাতত তুলি লৈ এঢোক খালে। হঠাৎ গীতালীয়ে কথা ক'লে,—

টিএন্।

তাৰকনাথে চকিখন বিছনাৰ ওচৰলৈ টানি নি বহি লয়। তাই আকৌ কয়,—

তোমাৰ ভয় লাগিছে টিএন্?

আকৌ এবাৰ কোৱা গীতা বৌ।—তাৰকনাথে কয়।

তোমাৰ যি খুচি তাকে কৈ থাকা। মই শুনি থাকিম। তোমাৰ কথা যে কিমান দিন শুনা নাই, নহয় বৌ? গাখীৰ অকণ খাবা? নে পানী খাবা? ডিঙিটো শুকাই গৈছে নহয়?

গীতালী উত্তৰ নিদি মুখখন ঘূৰাই বেৰখনৰ ফালে চাই থাকে। বেৰখনত আছে মেডোনাৰ মাতৃমূৰ্ত্তিৰ ছবি এখন। বহুত পৰ একেথৰে ছবিখনলৈ চাই থাকি তাই মুখ ঘূৰাই আকৌ তাৰকনাথলৈ চায়। চকু দুটা তাইৰ সেমেকি উঠিছে, মুখখনত যেন হাঁহিৰ আভা এটা ফুটি উঠিছে। তাই কয়,—

তুমি অথনিৰে পৰা ইয়াতে বহি আছা, মই গম পাইছোঁ। তোমাৰ লগত কথা পাতিম বুলি ভাবিছিলোঁ, কিন্তু চকু দুটা পোৰে, কাৰণ চকু দুটা কোনোবাই মেলি দি থাকে। কিবাকৈ চকু মুদি দিব পাৰিলে মই তোমাৰ লগত কথা পাতি থাকিব পাৰোঁ। আগেয়ে কোৱা, তোমাৰ ভয় লগা নাই? মোৰ ওচৰলৈ আহিলে তোমাৰ দাদাৰ বোলে ভয় লাগে। কিয় টিএন্? মোৰ গাত কিবা ওলাইছে? মোৰ মুখখনত, হাতত, ভৰিত?

গীতা বৌ!—তাৰকনাথে কয়,—

মোৰ অকণো ভয় লগা নাই বৌ, সঁচা কৈছোঁ। কিয় বাৰু ভয় লাগিব? তুমি ইমান ধুনীয়াজনী হৈ আছা, তোমাৰ আকৌ হাতে-ভৰিয়ে কি ওলাব? গাখীৰ অকণ খাবা বৌ?

গাখীৰ?—গীতালীয়ে কয়।

কিয় টিএন্? গাখীৰ কিয়? দৰব নিদিবা? শাৰী শাৰী বটলবোৰ দেখা নাই? সেই আটাইবোৰতে দৰব আছে? মই কথা ক'লেই, আটাইবোৰ মানুহে মোক কিবা নহয় কিবা এটা দৰব দিয়ে।

তুমি সুধিছা গাথীৰৰ কথা। তুমি আচৰিত। তুমি কি খাইছা? কফি? মোকো দিয়া কফি।

তাৰকনাথে কোনো আপত্তি নকৰাকৈ ফ্লাস্কটোৰ পৰা আধা গিলাছ কফি ঢালি আনি গীতালীৰ ওচৰৰ টিপয়খনত থৈ দি কয়,

তুমি কেনেকৈ খাবা গীতা বৌ? চামুচেৰে মুখত দি দিম?

নালাগে, মই গিলাছটো লৈ খাব পাৰিম। কিলাকুটিৰ ওপৰত ভিৰ দি মই খাই দিম, চাবা। পৰি গ'লে তুমি ধৰিবা।

তাই চেষ্টা কৰে। তাই খীণাই গৈছে ঠিকেই; আঙুলিবোৰৰ হাড়বোৰ যেন ওলাই পৰিছে। গিলাছটো ধৰি থকা হাতখন যেন অলপ কঁপিছে। মূৰটো যেন স্থিৰেৰে থাকিব নোৱাৰে। কথমপি এঢোক কফি খোৱাৰ পাছতে গিলাছটো হাতৰ পৰা পৰি যাব খোজে। তাৰকনাথে আৰু সংকোচ নকৰিলে। সি উঠি গৈ বিছনা-খনতে বহি বাঁওখন হাতেৰে তাইৰ মূৰটো দাঙি ধৰি, তাইৰ হাতৰ পৰা গিলাছটো নিজৰ হাতলৈ আনি, কৈ থাকিল,—

তুমি অলপমান দুৰ্ব্বল হৈ গৈছা, নহয় বৌ? মই ধৰি আছোঁ, ম অকণ অকণকৈ কফিখিনি খাই থাকা। একেবাৰতে বেছি গিলি নিদিবা, লাহে লাহে খাই থাকা। ভাল লাগিছে কফিখিনি?

তাৰ হাতখনত মূৰটো থৈ গীতালীয়ে কফি খাই থাকে। তাৰ ধাৰণা হয় গীতালীৰ হাতখন চেঁচা, মুখখন চেঁচা, কিন্তু গাটো গৰম; মুখৰ ভিতৰৰ ভাপখিনি গৰম। মুখৰ ভিতৰৰ পৰা ওলাই অহা বতাহখিনিত কিবা এটা বেয়া লগা গোন্ধ। বেয়া লাগে, বেয়া লগাকৈ তীব্ৰ। জ্বৰ উঠা ছোৱালীৰ টোপনি ভাগিলে মুখৰ পৰা ওলোৱা তিক্ত, ভাঠ, বেয়া লগা গোন্ধৰ দৰে। প্ৰথম-বাৰ বেয়া লগা গোন্ধটো তাৰকনাথৰ নাকত লগাৰ পাছত, যিমান বাৰেই গীতালীয়ে কফি খাবলৈ মুখখন মেলি দিয়ে, তিমানবাৰ তাৰকনাথৰ গোন্ধটো ভাল লাগিবলৈ ধৰে। তিক্ত তীব্ৰ ভাঠ বেয়া লগা গোন্ধবোৰ তাৰকনাথৰ ভাল লাগে, মৰম ওপোজাকৈ

ভাল লাগে। তাক মনত পেলাই দিয়ে গীতালীৰ অসুখ। অসুখীয়া গীতালীলৈ তাৰ মৰম লাগে। জ্বৰত কাতৰ হৈ থকা ছোৱালীৰ চেঁচা ভৰিৰ তলুৱা, ৰঙা নাক, তপত কাণ আৰু শুকান ওঠ দেখিলে যেনেকৈ মৰম লাগে, তেনেকৈ গীতালীলৈ তাৰকনাথৰ মৰম লাগে। মৰম কৰিবলৈ মন নাযায়, মাত্ৰ মৰম লাগে।

নিজান কোঠাটোৰ নীৰৱতাৰ মাজত তাৰকনাথে গীতালীৰ উশাহৰ শব্দবোৰ শুনি পায়। তাই চকুমুদি আৰাম কৰি কফি খাই থাকে। গাত লৈ থকা পাতল মণিপুৰী লেপখনৰ তলত তাইৰ সোঁভৰিখন কেবাবাৰো কঁপি উঠে, বাহিৰত ওলাই থকা হাতখনৰ পাতল নোমবোৰ শিয়ৰি উঠে, দীঘল সেঁতা আঙুলিবোৰ কোঁচ খায় আৰু মেল খায়, শুকান ওঠ দুটা কফি লাগি সেমেকি উঠে, কেঁচালমান চুলি গালত লাগি থাকে,—আৰু অকণমান আগতে কিলাকুটিৰ ভিৰত দ হৈ থকা গাৰুটো দ হৈ থাকে।

গিলাছৰ কফিখিনি শেষ হৈ গৈছে। গীতালীয়ে যদি কফি ইমান ভাল পায়, তেনে তাইক কফি একাপ দিলে কি ইমান অপকাৰ তাইৰ হয়। কফিতো বিহ নহয়। আৰু তাই খায়েই বা কি। তাৰকনাথে সোধে,—

এতিয়া গাখীৰ অলপ খাবা বৌ ?

মোৰ পেট ভৰিছে। অলপ পাছত খাম। গাখীৰ খাম, ভাত খাম, আপেল খাম। তুমি কেতিয়া আহিলা টিএন্? তুমি কি খাইছা? মই জানো, তোমাৰ দাদাই তোমাক মাতি আনিছে।—তুমি মোক চাবা, সেই বাবে। তুমি ভাত খালা জানো? এতিয়া বাৰু কিমান বাজি?

মই ভাত খালোঁ গীতা বৌ। কিমান যে তৰকাৰি—

মোক গীতা বৌ বুলি মাতিব নালাগে,—গীতালীয়ে বাধা দি কয়। এনেয়ে নবৌ বুলিবা; নহয় মাত্ৰ বৌ বুলি মাতিবা। মোৰ মনৰ গীতবোৰ কেতিয়াবাই মৰি গৈছে। সঁচা দেই, তোমাৰ বাবে মোক বেয়া লাগে।

বাৰু বৌ,—তাৰকনাথে কয়,—

এটা নিশা টোপনি নহ'লে মানুহ মৰি যায় ? আৰু মোৰতো এটা নিশাও হোৱা নাই। এতিয়া মাত্ৰ বাৰ বাজিছে। এইকণ সময় তোমাৰ ওচৰত বহি আছোঁ বাবে মোৰ ভয়ানক কষ্ট হৈছে, নহয় জানো বৌ ?

এটা নিশা টিএন্ ? তোমাক টিএন্ বুলি মাতিবলৈ ভাল নালাগে। কিন্তু যাবলৈ দিয়া। তোমাৰ দাদা কিমান দিনৰ বাবে বোম্বেলৈ গৈছে ? নালাগে বাৰু। জানি মই কি কৰিম।

তুমি শুৱা বৌ। মই ওচৰতে আছোঁ। তুমি নিশ্চিন্ত হৈ শুই থাকা।

এৰা, মই শুম। মোৰ টোপনি লাগিছে। গীতালীয়ে কয়।

ও, নাৰ্সজনীক অকণমান মাতি দিবা ? নহয় নামাতিবা। আৰু মই নোৱাৰোঁ। এই বিছনাখনৰ ওপৰতে কিমান বাগৰি থাকিম মই ? পাৰিবা তাৰক ? মোক অকণমান সহায় কৰি দিলে মই বাথৰুমলৈ যাব পাৰোঁ। তোমাক মই আমনি কৰিছোঁ, কিন্তু তুমি বেয়া নাপালে তোমাৰ গাত ধৰি ধৰি মই বাথৰুমলৈ যাব পাৰোঁ। নাৰ্সক ক'লে কেতিয়াও নিনিয়ে। তোমাৰ দাদাক ক'লে নিনিয়ে, বৰং মোক দাবি দিব। কিন্তু উঠি যাবলৈ মোৰ ইচ্ছা হয়। মোৰ গাত বল নাই যে, মই কি কৰিম।

তাৰকনাথে একমুহূৰ্ত্ত চিন্তা কৰে। বাথৰুমলৈ লৈ যোৱা আৰু তাৰপৰা লৈ অহাটো সমস্যা নহয়। পৰি গ'লে সি তাইক দাঙি লৈ আহিবও পাৰে। কিন্তু যদি তাই ভিতৰত পৰি যায়। সি কয়,—

ব'লা, মই তোমাক লৈ যাম। তুমি দুৱাৰখন এনেয়ে জপাই থৈ দিবা, খিল নিদিবা।

গীতালী উঠি বহিবৰ চেষ্টা কৰে। কিন্তু নোৱাৰে। তাৰকনাথে উঠি গৈ তাইক সহায় কৰে। তাৰ পাছত লাহে লাহে, তাৰ গাত আঁউজি তাই থিয় হয়। ভৰি দুখন কঁপে, তথাপি তাই

খোজ কাঢ়িবৰ চেষ্টা কৰে। তাৰ গাত তাইৰ গাৰ ভৰখিনি দি, তাই আগুৱাই দুই-এখোজকৈ গৈ থাকে ; আৰু কয়,—

তোমাৰ ভয় নালাগে বুজিলোঁ। মোৰো ভয় লগা নাই। এয়াযে মই খোজ কাঢ়িছোঁ, ইমান যে ভাল লাগিছে। শুই থাকোঁতে থাকোঁতে মোৰ হাত-ভৰিবোৰ অৱশ হৈ গৈছে। কোনোবাই সহায় কৰি দিলে মই খোজ কাঢ়ি বাহিৰলৈ যাব পাৰিম। এদিন তুমি মোক বাহিৰলৈ লৈ যাবা। শুদা ভৰিৰে ঘাঁহৰ ওপৰত খোজ কাঢ়িম।

তাইক বাথৰুমৰ ভিতৰত থৈ, তাৰকনাথে সন্তৰ্পণে দুৱাৰখনৰ ওচৰত থিয় দি থাকে। যি কোনো শব্দৰ বাবে তাৰ কাণ দুখন সজাগ হৈ থাকে। আৰু সি আচৰিত হৈ ভাবি থাকে ইন্দ্ৰজিত আৰু তাৰ মাকে কোৱা কথাবোৰৰ লগত গীতালীৰ ব্যৱহাৰৰ কোনো মিল নাই। গীতালীৰ কি অসুস্থতা! ভাল মানুহৰ দৰে কথা কয়। তাইৰ কোনো ভয়ঙ্কৰ ৰূপ নাইবা অসংলগ্ন কথা একোকে সি লক্ষ্য কৰা নাই।

বাথৰুমৰ পৰা আনি তাৰকনাথে তাইক বিছনাত শুৱাই থয়। তাই ভাগৰ লগাৰ দৰে দীঘল দীঘলকৈ উশাহ লয় আৰু চকু মুদি পৰি থাকে। চকু মুদি থাকিয়ে তাই কয়,—

মোৰ ভৰি দুখন। মোৰ অসম্ভৱ জাৰ লাগিছে। মোৰ ভৰি দুখন তেনেই ঠাণ্ডা হৈ গৈছে। মোৰ জাৰ লাগিছে টিএন্। মোৰ গোটেই গাতে জাৰ, কিন্তু ভৰি দুখন আৰু বাখিব নোৱাৰোঁ, অসম্ভৱ জাৰ ভৰি দুখনত।

স্বাভাৱিক কথা,—তাৰকনাথে ভাবে। সি উঠি গৈ ভৰি দুখন চুই গম পায় সঁচাকৈয়ে ঠাণ্ডা হৈ গৈছে, দুয়োখন ভৰি। মণিপুৰী লেপখন আঁঠুৰ ওচৰলৈ কোঁচাই থৈ সি ভৰিৰ তলুৱা দুখন মোহাৰি দিয়ে। কলাফুল দুটা পিটিকি দিয়ে। দুয়োখন ভৰি তাইৰ কঁপিবলৈ আৰম্ভ কৰে। তাৰকনাথে অলপ জোৰ দি কলাফুলৰ

পৰা ভৰিৰ তলুৱালৈ পিটিকি থাকে। কলাফুলৰ তলভাগ নিমজ, শুভ্ৰ, চিক্‌চিকীয়া,—মুখখন ওচৰলৈ নিলে কিজানি মুখৰ ছাঁ তাত ফুটি উঠিব। দীঘল লনি কলাফুল দুটাৰ ভিতৰত কঁপনি মাৰ নাযায়। তথাপি সি মোহাৰি থাকে, পিহি দি থাকে। দুয়োখন ভৰিতে মৃদুভাৱে পিহি পিহি তাৰ হাতৰ উমেৰে ভৰি দুখন গৰম কৰি তুলিবলৈ চেষ্টা কৰে। গীতালীৰ অসুখীয়া গাটোৰ অসুখীয়া ভৰি দুখন চাই থাকি, পিহি দি, পিটিকি দি তাৰ ভাল লাগে বাবে তাৰ সংকোচ আহি পৰে। হঠাৎ দুয়োখন ভৰি স্থিৰ হৈ যায়। হয়তো তাইৰ টোপনি আহিছে, সি ভাবে।

সি উঠি আহি তাইৰ ফালে চাই স্তব্ধ হৈ যায়। দুয়োটা চকু অসম্ভৱভাৱে বহল হৈ মেল খাই আছে। চকুৰ মণি দুটা যেন আঁতৰি গুচি গৈছে আৰু তাইৰ দৃষ্টি স্থিৰ হৈ বেৰখনত নিবদ্ধ হৈ আছে। তাই বোধ হয় একোকে দেখা পোৱা নাই, দৃষ্টিহীন চকু দুটা অপলকভাৱে মেল খাই আছে। মুহূৰ্ত্তৰ বাবে তাৰ শৰীৰটো জিকাৰ খাই উঠে। তাৰ ধাৰণা হয় যেন গীতালীৰ উশাহ বন্ধ হৈ গৈছে। সি বিছনাখনৰ ওচৰলৈ গৈ মাতে,—

বৌ। গীতা বৌ! এই নবৌ!

গীতালী নামাতে। তাৰকনাথে বিছনাখনতে বহি তাইৰ হাত এখন তুলি লয়। হাতখনত টানকৈ মুঠি মৰা আছে। আনখন হাতো তেনেকৈ মুঠি মৰা আছে। সি চেষ্টা কৰিও মুঠিবোৰ সোলোকাব নোৱাৰিলে, লোৰ দৰে টান হৈ আছে। সি অনুভৱ কৰিলে যেন মুঠিবোৰ আগতকৈও টান হ'বলৈ ধৰিছে। তাৰ পাছত তাইৰ সৰ্ব্বাঙ্গজুৰি কঁপনি উঠিল। হাত কঁপিল, ভৰি কঁপিল, বুকু-পেট কঁপিল, দাঁতবোৰ কঁপিল। দুয়োপাৰি দাঁতৰ কঁপনিত শব্দ হ'বলৈ আৰম্ভ কৰিলে। তাৰকনাথৰ চিন্তা হ'ল যেন খন্তেক পাছতে গীতালীৰ দাঁতবোৰ ভাঙি চূৰ্ণবিচূৰ্ণ হৈ যাব; তাইৰ হাতৰ আঙুলিবোৰ ভাগি যাব, ভৰি দুখন থেতেলা খাই

পঙ্গু হৈ যাব, আৰু বুকুখন ফাটি যাব। তাইৰ মুখৰ মাংসপেশীবোৰ স্ফীত হৈ উঠে, নাক ফুলি উঠে আৰু চকু দুটা আগতকৈও ডাঙৰ হৈ স্থিৰ হৈ যায়। গীতালী বোধ হয় মৰিব, কিবা এটা ক্রূৰ অদম্য শক্তিয়ে তাইক এফালৰ পৰা মাৰ্খি আনিছে। তাইৰ অঙ্গ-প্রত্যঙ্গবোৰ খামুচি-আজুৰি, তাইৰ মাংসবোৰ চিৰি আনি, হাড়বোৰ এডাল এডালকৈ ভাঙি তাইক এই মুহূৰ্ত্ততে বোধ হয় গুড়ি কৰি পেলাব .

তাৰকনাথৰ বেয়া লাগে, দুখ লাগে, নিজকে সম্পূৰ্ণ অসহায় যেন লাগে। সি ভাবি নাপায় অসুখীয়া নিশকতীয়া গীতালীৰ দেহলৈ ক'ৰ পৰা এই অদম্য শক্তি আহি তাইক শেষ কৰিবলৈ আৰম্ভ কৰিছে। আনকি বিছনাখৰ পৰা কেৰেক্ কেৰেক্কৈ শব্দ হ'বলৈ আৰম্ভ কৰিছে। অবশেষত তাৰকনাথে ঠিক কৰে, সি তাইক সাৱটি ধৰি থাকিব। হয়তো তাৰদ্বাৰা গীতালীৰ একো লাভ নহ'ব, কিন্তু এনেকৈ কোনো মানুহে হাত সাৱটি বহি থাকি এই যাতনা চাই থাকিব নোৱাৰে।

তাইৰ গাৰ লেপখন পৰি গৈছে। তাৰকনাথে গাত দিবলৈ যত্ন নকৰে, কৰি লাভ নাই। ঘামি উঠা দেহত লেপৰ কোনো আৱশ্যক নাই। তাইৰ গাউন ছোলাটো আঁতৰি গৈছে, আৰু তাইৰ বগা নিমজ শৰীৰটো প্ৰায় উদং হৈ গৈছে। তাইৰ ডিঙিৰ সিৰবোৰ ফুলি উঠিছে, বুকুখন টান আৰু শকত হৈ বেছি ওখ হৈ উঠিছে, পেটটো ঘামি গৈছে, আৰু গোটেই দেহটো কিবা উপায়ে অদ্ভুতভাবে কোঁচ খাই গৈছে। আৰু কোনোবা দৈত্যৰ নিষ্ঠুৰ আঘাতত তাইৰ ডিঙিৰ পৰা অস্বাভাবিক কিবা গোঙনি এটা ওলাই আছে।

তাৰকনাথে তাইক সাৱটি ধৰি, তাইৰ দেহৰ উন্মাদ কঁপনিবোৰ শান্ত কৰিবলৈ বিচাৰে। চকু দুটা জোৰ কৰি বন্ধ কৰি দিলে আকৌ মেল খাই যায়, ডিঙিটো পিহি দিলেও সিৰবোৰ আগৰ দৰে তাহি

থাকে, পেটৰ ঘামবোৰ মচি দিয়াৰ পাছত আকৌ ঘামে দেখা দিয়ে, ভৰি দুখনত সাৱটি ধৰি থাকিলেও জোকাৰণি নাথামে, পেটটো কোঁচ খাই যাওঁতে নাইটো বেছি গভীৰ হৈ উঠে, গোটেই গাটো কটকটীয়া টান হৈ পৰে।

গীতালীৰ ঘামি থকা শৰীৰটো সাৱটি ধৰি থাকি তাৰকনাথে কৈ থাকে,—

গীতাবৌ! কিয় তোমাৰ এনেকুৱা হয় বাৰু? ইমান তোমাৰ সম্পদ, ইমান তোমাৰ ৰূপ, ইমান তোমাৰ মৰম,—কিয় বাৰু তোমাৰে ইমান যাতনা হয়? তোমাৰ শৰীৰৰ ইমান যে কষ্ট, তুমি জানো গম পাইছা? তুমিতো অচেতন, সম্পূৰ্ণ অচেতন। নহয় জানো বৌ?

তাৰকনাথৰ দুটোপ চকুলো গীতালীৰ গালত পৰি চিকমিকাই উঠে। গম পায়, শৰীৰটোৰ আস্ফালনৰ মাজতো গীতালী লাহে লাহে অবশ হৈ আহিছে। সি চামুচ এখনেৰে পানী অকণমান আনি তাইৰ মুখত দিয়ে, কিন্তু পানীখিনি বাহিৰ হৈ আহে। সি আকৌ এবাৰ পানী আনি চামুচখন জোৰ কৰি দাঁতৰ মাজেদি সুমুৱাই পানীখিনি মুখত পেলাই দিয়ে, আৰু তাই পানীখিনি গিলি দিয়ে। সাগৰৰ ঢৌ ভটিয়াই যোৱাৰ দৰে পানীখিনিয়ে তাইৰ বুকুৰ পৰা পেটলৈ সামান্য তৰঙ্গৰ সৃষ্টি কৰি দি যায়। সি হাতৰ মুঠিটো খুলি দিবলৈ চেষ্টা কৰোঁতে মুঠিটো খুলি যায়। তাই ওপৰলৈ মুখ কৰি শুই আছিল, সি বাগৰ সলাই দিওঁতে, তাই বাগৰ সলাই হাত এখন তাৰ পিঠিৰ ওপৰত থৈ দিয়ে। বাগৰ সলাই দিওঁতে সি গম পায় তাইৰ পিঠিখনো ঘামি তিতি গৈছে। পিঠিৰ ওপৰত পৰি থকা তাইৰ হাতখন আকৌ টান হৈ আহে, আৰু তাই যেন তাক জোৰ কৰি নিজৰ গাৰ মাজলৈ টানি আনিবলৈ চেষ্টা কৰে। তাইৰ তলপেটটোৰ কঁপনিবোৰ বাঢ়িবলৈ ধৰে। কোঁচ খাই থকা ভৰি দুখন দীঘলকৈ টানি পোন

কৰি দিয়াৰ পাছত তলপেটটো ফুলি উঠে। তাৰকনাথৰ অস্বস্তি লাগে। সি উঠি আহে। গীতালী আকৌ সিংগৰ সলাই ওপৰৰ ফালে মুখ কৰি পৰি থাকে। চকু দুটা মেল খাই থাকে। গাউন চোলাটোৰ বুকুৰ বুটামটো তাৰকনাথে লগাই দিয়ে, পেটৰ ওপৰলৈ উঠি অহা চোলাটো ভৰিলৈকে টানি দিয়ে।

তাৰকনাথে অসহায়ভাৱে কোঠাটোৰ ভিতৰত ঘূৰি ফুৰে। প্ৰায় দুঘণ্টা সময় হ'ল। দুঘণ্টাকাল গীতালীয়ে যাতনাত চটফটাই আছে, অথচ সি সম্পূৰ্ণ অপাৰগ, সি একো কৰিব নোৱাৰে। গীতালী মৰি যোৱাই ভাল, সি ভাবে। এই অসুখ তাইৰ জানো কেতিয়াবা ভাল হ'ব। এই দুৰন্ত হিষ্টেৰীয়াই তাইক জানো ত্যাগ কৰিব। ডাক্তৰ-নাৰ্স-দৰব, সেয়া জানো যথেষ্ট? তাৰ বাহিৰে তাইক যি লাগে, যদি কিবা লাগে, তাক কোনে দিব? ইন্দ্ৰজিতৰ ব্যৱসায়ে, তাৰ অগাধ সম্পত্তিয়ে? আৰু তাৰ নিজৰ কি? তাৰ অধিকাৰেই বা কি, কৰ্ত্তব্যইবা কি। মাত্ৰ তাৰ বেয়া লাগে, কান্দি দিবলৈ মন যায়। ঘূৰি ঘূৰি থাকি আকৌ আহি সি বহে। কফি একাপ খাবলৈ তাৰ মন যায়। আৰু এঘণ্টা দেড় ঘণ্টাৰ পাছত ৰাতি পুৱাই যাব। এতিয়া একাপ কফি, তাৰ পাছত আকৌ একাপ,—ৰাতি পুৱাই যাব। কিন্তু গীতালীৰ এই অৱস্থাত, আৰাম কৰি কফি খাবলৈ তাৰ মন নেযায়।

হঠাৎ তাৰ মনত পৰে ছয় নম্বৰ বটল। হয়, ছয় নম্বৰ। কোটাটোৰ ৰেকবিলাকত অসংখ্য ৰকমৰ দৰব, টনিক, হৰলিক্স, গ্লুকোজ আৰু ইনজেকচন। ইন্দ্ৰজিতে তাক কৈ গৈছিল, গীতালীৰ বেছি কষ্ট হ'লে তাইক চিডেটিভ্ দিব লাগে। ছয় নম্বৰ বটলত থকা চিডেটিভ্,—দৰ্কাৰ হ'লে একেলগে দুটা। তাৰ পাছত তাই শুই থাকিব। এৰা, ইমানপৰে তাৰ মনত পৰা নাছিল। সি বিচাৰি গৈ পালে ছয় নম্বৰ বটলটো। শাৰী শাৰীকৈ সজাই থোৱা দৰবৰ বটলবোৰ,—এক নম্বৰ, দুই নম্বৰ, তিনি নম্বৰ। ছয় নম্বৰ

বটলটো আনি তাৰ পৰা দুটা টেবলেট সি উলিয়াই ল'লে। থাওক কফি। আগেয়ে গীতালীক টেবলেট দুটা খুৱাই লৈ, তাৰ পাছত সি কফি খাব—একাপ, দৰ্কাৰ হ'লে দুকাপ। তাৰ পাছত বাতি পুৱাব।

টেবলেট দুটা আৰু এগিলাছ পানী হাতত লৈ তাৰকনাথে ভাবিলে কেনেকৈ তাইক খুৱাব, দৰব। দাঁত দুপাৰি লাগি গৈছে, এতিয়া আৰু দাঁতৰ কিট্ কিট্ শব্দ নাই, কিন্তু লাগি আছে। তেতিয়াও চকু দুটা মেল খাই আছে, মুখৰ মাংসপেশীবোৰে মৃদুভাৱে টনা-আজোৰা কৰি আছে। সি দৰব টেবুলৰ ওপৰত থৈ, চামুচ এখন দুপাৰি দাঁতৰ মাজেদি লাহে লাহে সুমুৱাই দিলে। আঙুলি আৰু চামুচৰ সহায়ত মুখখন অকণমান মেল খালে, দাঁত দুপাৰি অলপ আঁতৰিল। তাৰকনাথে বিছনাখনতে তাইৰ ওচৰত বহি ল'লে, আৰু চামুচখনেৰে অলপ অলপকৈ তাইৰ মুখত পানী দিবলৈ ধৰিলে। এইবাৰ তাই খালে। এচামুচৰ পাছত এচামুচকৈ কেবাবাৰো তাই পানী খালে। এতিয়া টেবলেট্ দুটা তাই চাগৈ গিলি দিব পাৰিব, সি ভাবে। তথাপি আৰু দুচামুচ পানী সি তাইৰ মুখত দিলে। তাৰ পাছত টেবলেট্ দুটা সি আনিলে।

আচম্বিতে তাইৰ চকু দুটা মুদ খাই গ'ল। দীঘলকৈ তাই উশাহ এটা ল'লে। এবাৰ ঢোক গিলিলে। তাৰ পাছত আকৌ এটা উশাহ ল'লে, দীঘলকৈ, বেছ দীঘলকৈ উশাহ ল'লে। হাতখন বুকুৰ ওপৰলৈ আনি ছোলাটোৰ বুটামবোৰ পিটিকি চালে। ভৰি দুখন ওপৰলৈ আনি আকৌ পোন কৰি বিছনাত পেলাই দিলে, পেটৰ ওপৰত ছোলাটো আছে নে নাই হাতেৰে খেপিয়াই চালে, কিবা বস্তু চোবোৱাৰ দৰে মুখখন দুবাৰমান লাৰিলে। আকৌ দীঘলকৈ উশাহ ল'লে। তাৰ পাছত কপালত হাতখন দি, বাগৰ সলাই, তাৰকনাথৰ ফালে ঘূৰি, অসন্তুষ্টভাৱে ক'লে,—

মূৰটো অকণমান পিটিকি দিয়ক।

তাৰকনাথে লাহে লাহে গীতালীৰ মূৰটো পিটিকি দিয়ে। তাইৰ সম্পূৰ্ণভাৱে জ্ঞান অহা নাই আৰু তাক তাই ভুল কৰিছে—সি জানে। কিন্তু সি পিহি দি থাকে। ওচৰতে থকা গামোচাখনেৰে তাইৰ মুখৰ গালৰ কপালৰ ডিঙিৰ ঘামবোৰ মচি দিয়ে। তাৰ পাছত তাইৰ চুলিৰ মাজত আঙুলি সুমুৱাই চুলিবোৰ লিৰিকি-বিদাৰি ধীৰে ধীৰে মূৰটো খজুৱাই দি থাকে। তাই স্বাভাৱিক-ভাৱে উশাহ ল'বলৈ ধৰে আৰু ক্লান্ত হৈ পৰে। মাজে মাজে তাই উস্-আস্ কৰি থাকে, কেতিয়াবা হাত এখন তাৰ কোলাতে থৈ দিয়ে, কেতিয়াবা এখন ভৰি কোঁচাই লয়, আকৌ মেলি দিয়ে। তাৰকনাথে বুজি পায় তাইৰ অতিপাত ভাগৰ লাগিছে। বিৰাট যুদ্ধ এখনৰ পাছত তাইৰ শৰীৰটোৱে শ্ৰান্তি বিচাৰিছে। এইবাৰ হয়তো তাই শুই পৰিব। কিন্তু খন্তেক পাছতে সেহাই সেহাই অস্পষ্টভাৱে তাই কয়,—

মোৰ ভৰিৰ আঙুলিবোৰ টানি ধৰিছে। কিন্তু আপুনি কষ্ট পাব, থ'ক।

উঠি গৈ তাৰকনাথে তাইৰ ভৰিৰ আঙুলিবোৰ এটা এটাকৈ টানি দিয়ে। এইবাৰ সি লক্ষ্য কৰিলে ভৰি দুখন তাইৰ সেতা পৰি গৈছে। আৰু সি লক্ষ্য কৰিলে এনেকুৱা ধুনীয়া ভৰি সি জীৱনত দেখা নাই। অৱশ্যে ইমান ওচৰত সি কোনোবা ছোৱালীৰ ভৰি ইয়াৰ আগতে দেখিছিল নে নাই সন্দেহ। কিন্তু গীতালীৰ ভৰি দুখন ধুনীয়া। ভৰিৰ তলুৱাখন যেন সম্পূৰ্ণকৈ মেল খোৱা পদুমৰ এখিলা পাহ।

সি একাপ কফি বাকি লয়। মাজে মাজে কফি খায় আৰু তাইৰ ভৰিৰ আঙুলি হাতৰ আঙুলিবোৰ টানি টানি পিটিকি দি থাকে। গীতালীৰ টোপনি আহি যায়। তাই অকাতৰে অৱশ-ভাৱে শুই পৰে। তাইৰ মুখখনত হাঁহিৰ আভা এটা ফুটি উঠে—

হয়তো তাই সপোন দেখিছে। গাৰ যাতনা পাহৰি তাই কিবা ভাল লগা সপোন দেখিছে।

তাৰকনাথৰ মনত পৰে এজনী ছোৱালীলৈ। তাইও তাৰ লগত কথা কৈছিল, হাঁহিছিল। কোঠাটোত জ্বলি থকা লাইটৰ মৃদু পোহৰৰ দৰে তাইৰ গাত মৃদু এটা পোহৰ সদায় জিলিকি আছিল। চেতাৰৰ তাঁৰৰ আৱাজ দূৰলৈ ভাহি যোৱাৰ দৰে তাই কথাবোৰ কৈ অন্ত কৰাৰ পাছত, কথাবোৰ তাৰ কাণলৈ উটি উটি আহিছিল। বাটেদি গৈ থাকোঁতে দূৰত ফুলি থকা ফুলৰ সুবাস যেনেকৈ পোৱা যায়, তাই গুচি যোৱাৰ পাছত, তাইৰ গাৰ গোন্ধবোৰ তেনেকৈয়ে কিবা উপায়ে সি তাৰ গাতে পাইছিল। মুঠৰ ওপৰত, তাইক তাৰ ভাল লাগিছিল। তাইক চাবলৈ তাৰ হেঁপাহ হৈছিল, তাই গুচি গ'লে তাৰ বেয়া লাগিছিল। তাৰ ওচৰলৈ মাত্ৰ এদিন তাই আহিছিল। ওচৰলৈ আহি, তাৰ চাৰ্টটোত ধৰি, তাই কৈছিল,—

তোমাৰ চাৰ্টটো ফালি দিওঁ ?

সি সুধিছিল,—কিয় ?

তেতিয়া তোমাৰ বুকুখন দেখা পাম। —তাই উত্তৰ দিছিল।

বুটাম কেইটা খুলি দিলে দেখা নেপাবা ?

নহ'ব। —তাই কৈছিল।

নহ'ব এই কাৰণে যে গুদাম খুলি চাৰ্ট সোলোকাই দিলে, অনায়াসে সহজে যি কোনো মানুহে যি কোনো মানুহৰ বুকু দেখা পাব পাৰে। সেয়া সাধাৰণ কথা। মই দুৰ্দ্দান্তভাৱে হিংস্ৰভাৱে জোৰ কৰি চাব খোজোঁ।

তাৰকনাথে অবাক হৈ তাইৰ মুখৰ ফালে চাইছিল। মুখত তাইৰ কোনো এটা হিংস্ৰ ভাবৰ বা ক্ৰূৰতাৰ পৰিচয় নাছিল। বৰঞ্চ তাই হাঁহি আছিল, তাৰ চোলাটোত খামুচি ধৰি তাই মধুৰভাৱে হাঁহি আছিল। সি কৈছিল,--

হিংস্রভাবে? আজি প্ৰথম তুমি মোৰ শৰীৰখিনি ওচৰলৈ আহিছা। প্ৰথম সম্ভাষণটো জানো হিংস্ৰ হোৱা উচিত?

প্ৰথম? তাই তেনেকৈয়ে হাঁহি থাকি কৈছিল,—প্ৰথম, নহয় জানো? মই ভাবি আছিলোঁ সশৰীৰে যিদিনা তোমাৰ ওচৰ চাপিম, সিদিনাও উদ্দামভাৱে দুৰ্দ্দান্তভাৱেই আহিম, দুৰ্দ্দান্তভাৱে তোমাক লৈ ল'ম। সেইবাবেই বোধকৰোঁ তোমাক লৈ লোৱাটো হৈ উঠা নাই। অৰ্থাৎ অদমনীয় আৰু দুৰ্দ্দান্ত মই হৈ উঠিব পৰা নাই। আৰু তোমাক লৈ ল'ব পৰা নাই বাবে তুমি ভাবিলা আজি প্ৰথম তোমাৰ কাষ চাপিলোঁ। আজিলৈকেও মই যদি প্ৰথম, তেনে আজিৰ পূৰ্বে মই নাছিলোঁৱেই। আছিল আন কোনোবা। সেইবাবে, তোমাৰ বুকু ফালি চাবৰ মন গৈছে, ভিতৰত কোন আছে। মোৰদৰে আৰু বহুত নে অকল মই।

তাৰকনাথৰ ভাল লাগি আহিছিল। বুজি নাপালেও যেন অনুভৱ কৰিব পাৰি, দেখা নাপালেও যেন শৰীৰ স্পৰ্শ কৰি যায়, তেনেকুৱা লাগিছিল। অনুভৱ কৰাৰ হাবিয়াস বাঢ়ি অহাৰ লগে লগে তাৰ কথাবোৰ কমি আহিছিল। সংক্ষেপে সি সুধিছিল,—

কিহেৰে ফালিবা?

নাফালোঁ। ৰ'বা, তোমাক বুজাই কওঁ। তুমি মোক দিনে-নিশাই চাই থাকিবলৈ বিচৰা? হয় নে নহয়? হয়, কিন্তু দেখাতো নোপোৱা। যেতিয়া মোক দেখাৰ ইচ্ছাতে তোমাৰ অগত্যা আৰু টোপনি নহয়, তেতিয়া তুমি তোমাৰ টাইডালকে পিটিকি চোৱা, কাৰণ সেই টাইডাল এদিন মই বেণীত বান্ধি লৈছিলোঁ।

তুমি কেতিয়া দেখিছিলা বিছনাৰ পৰা উঠি আহি মই টাইডাল—

মিছা কথা নক'বা।– তাই বাধা দি কৈছিল।

মোৰ আগত লুকোৱাৰ কোনো প্ৰয়োজন নাই। আৰু মই কেতিয়া কৈছিলোঁ তুমি বিছনাৰ পৰা উঠি আহা? টাইডাল তোমাৰ গাৰুৰ ওপৰতে থাকে। হয়নে নহয়? হয়। আৰু মোৰ কথা।

কেতিয়াবা কেতিয়াবা, মানে প্ৰায়েই, তোমাক চাবৰ বাবে মোৰ ভৰিৰপৰা মূৰলৈকে গাটো শিয়ৰি শিয়ৰি উঠি ঘামি যায়। তেতিয়া মই কি কৰোঁ? কাগজ এখিলাত তোমাৰ নামটো লিখি গাৰুৰ তলত থৈ শুই শুই ঘামি ঘামি তোমাক পাই থাকোঁ। তোমাৰ বুকুখন ফালি চোৱাটোও একে কথা। মোক নাপাই তুমি টাইডাল চুই থকাটো যেনে কথা, তোমাক নাপাই তোমাৰ নামটো মূৰত লৈ মই ঘামি থকাটো যেনে কথা, তোমাৰ বুকুখন নাফালি তোমাৰ চাৰ্টটো ফালি দিয়া তেনে কথা। মনৰ টেন্‌ছন্‌টো গ'ল্‌।

তাৰকনাথে কৈছিল,—

মোৰো তেনেকুৱা এটা ইচ্ছা প্ৰবল হৈ উঠিছে। মোৰো চাবৰ মন, তোমাৰ বুকুৰ ভিতৰত, মোৰ দৰে আৰু বহুত, নে অকল মই।

ইস্‌ ৰাম, কি নিলাজ তুমি!—তাই কৈছিল।

ছোৱালী মানুহক তেনেকুৱা কথা ক'বলৈ পায়?

গীতালীৰ মাত শুনি তাৰকনাথ চক্‌ খাই উঠে। গীতালীয়ে সোধে,—

কি ভাবি আছিলা অতপৰে?

তাৰকনাথে দেখে গীতালীয়ে তাৰ ফালে ৰ' লাগি চাই আছে। তাইৰ মুখৰ ভ্ৰম আতৰি গৈছে। নিৰোগী মানুহৰ দৰে সহজভাৱে তাই তাৰ ফালে চাই আছে। তাই আকৌ কয়,—

ৰাতি আৰু বেছি নাই হ'ব পায়। ৰাতি পুৱাবৰ এঘণ্টামান আগৰপৰা মই সূৰ্য্যোদয়ৰ আয়োজনৰ গম পাওঁ। আগৰ জন্মত মই বোধ হয় চৰাই-চিৰিকতি কিবা আছিলোঁ। মই তোমাক সুধিছিলোঁ অতপৰে তুমি কি ভাবি আছিলা?

একো নাই—সি উত্তৰ দিয়ে। কি ভাবিম আৰু? এতিয়া তোমাৰ কেনে লাগিছে বাৰু?, বৰ দুৰ্ব্বল লাগিছে?

গীতালীয়ে হাঁহিবৰ চেষ্টা কৰি, অলপ সময় একো নামাতি হাতৰ আঙুলি কেইটালৈ চাই, আকৌ ক'লে,—

তুমি ইয়াতে বহা, বিছনাত, মোৰ ওচৰত।

সি বহেগৈ। তাই কৈ থাকে,—

সঁচা কথা ক'বলৈ হ'লে এতিয়া আৰু মই তোমাক টিএন্ বুলিবও নোৱাৰোঁ তাৰক বুলিবও নোৱাৰোঁ, নতুন সম্বন্ধ এটা বিচাৰি উলিয়াবলৈ মোৰ সময়ো আৰু নাই। কিন্তু, তুমি মোৰ কাৰণে গোটেই নিশাটো শাস্তি খাই মোৰ ওচৰতে বহি থাকিলা। জিতৰ বাবে তুমি ইমান কষ্ট সহিব পাৰা, মই ভবা নাছিলোঁ। জিতৰ বাবে, জিতৰ ঘৈণীয়েকৰ ভৰি পিটিকি,—

বো তুমি তেনেকৈ নক'বা। জিতে তোমাক বিয়া কৰাইছিল বাবে তোমাৰ লগত মোৰ পৰিচয় হৈছিল। পৰিচয় হৈ যোৱাৰ পাছত তোমাক মই মৰম-শ্ৰদ্ধা কৰোঁ তুমি হিচাবেই, জিতৰ ঘৈণীয়েক হিচাবে নহয়।

মোৰ কিমান ভাল লাগিল মই তোমাক নকওঁ। ক'লেও তুমি মোৰ ভাল লগাৰ গভীৰতা উপলব্ধি কৰিব নোৱাৰিবা। এটা কথা কোৱা, তুমি মোক কেনেকৈ শুৱাই থৈছিলা? দৰৱ দিছিলা?

দৰৱ দিম বুলি ভাবিছিলোঁ বৌ। কিন্তু দিয়া আৰু নহ'ল, দিয়াৰ দৰ্কাৰ নহ'ল। ইমানযে মোৰ বেয়া লাগে বৌ, ইমান তোমাৰ প্ৰাচুৰ্য্য, লেখি শেষ কৰিব নোৱাৰি এই প্ৰাচুৰ্য্য। তথাপি কিয় যে তোমাৰে দুখ হয়।

গীতালীৰ দুই চকুৰেদি দুধাৰ লো বৈ আছে। তাৰকনাথে তাইৰ মূৰটো পিহি দিয়ে, পিঠিখন পিহি দিয়ে। গীতালীয়ে কান্দে। তাই হুক্‌হুককৈ কান্দে। সি অকণো বাধা নিদিয়ে। তাই কান্দি থাকে। তাৰ পাছত কয়,—

মোৰ কি অসুখ হৈছে, মই সঠিককৈ নাজানো। মই জানো মই ঘৰৰ আটাইবোৰ মানুহকে জ্বলাই মাৰিছোঁ। ডাক্তৰ-নাৰ্স-দৰৱ লাগি আছে, কিন্তু মোৰ বেমাৰ ভাল নহয়। মই নিজেও মৰিছোঁ,

আনকো মাৰিম। দৰৰ দি তুমি মোক শুৱাই থোৱা নাছিলা। তেনেহ'লে কি তোমাৰ ইমান শক্তি, যি শক্তিৰে তুমি মোক শুৱাই থ'ব পাৰা? তুমি যদি বিনা দৰবে মোক শুৱাই থ'ব পাৰা, বিনা দৰবে তুমি মোক ভাল কৰি তুলিবও পাৰা। কিন্তু তোমাক ধৰি ৰখাৰ মোৰ শক্তিও নাই, অধিকাৰো নাই।

৩

ইন্দ্ৰজিৎহঁতৰ ঘৰৰ কাষৰ ঠাইখিনি এতিয়াও খালী আছে। অবিলম্বে তাতো মাটিৰ গৰাকীয়ে ঘৰ এটা সাজিব তাত সন্দেহ নাই। বৰ্তমান খালী আছে প্ৰায় তিনি কঠা মাটি। খালী মাটিখিনিৰ সিকাষৰ পৰা লানি লগাকৈ তিনিমহলীয়া ঘৰবোৰ। প্ৰতিটো ঘৰৰ ডিজাইন্ স্বকীয়া, ৰং স্বকীয়া, সৌষ্ঠব স্বকীয়া। কিন্তু ঘৰবোৰ তিনিমহলীয়া। এটা ঘৰৰ চিৰিখন সোঁমাজত, পোনে পোনে ওপৰলৈ উঠি গৈছে, ৰাস্তাৰ পৰা দেখা পোৱা যায়। আনটো ঘৰৰ চিৰিখন দেখা পোৱা নাযায়, কোনোবা কোঠাৰ ভিতৰেদি অকোৱা-পকোৱাভাবে গৈ ওপৰ ওলাইছেগৈ। এটা ঘৰৰ বাৰাণ্ডাত নানা তৰহৰ কেক্‌টাচ, আনটোৰ বাৰাণ্ডাত ডাঙৰ বলবান ক'লা কুকুৰ। এটা ঘৰৰ ভিতৰ বাৰাণ্ডাত শুকাবলৈ দিয়া শাড়ী ওলমি থাকে, আনটোৰ ভিতৰ বাৰাণ্ডাৰ দুমূৰে দুটা সঁজাত থাকে দুটা ভাটৌ চৰাই। ঘৰে ঘৰে বিভিন্ন ৰুচিৰ বিভিন্ন মানুহ।

চাৰিটা পকী খুটাৰ ভিতৰৰ গছ-বিৰিখ নোহোৱা, ফুল-পাত নোহোৱা উকা ঠাইখিনি বৰ্তমান সকলোৰে উমৈহতীয়া। গছ নাই, ছাঁ নাই, তথাপি খোজ কাঢ়ি কাঢ়ি ভাগৰ লগা মানুহে সেইখিনি ঠাইতে খন্তেক জিৰাই লয়। কেতিয়াবা আকৌ কোনো মাছমৰা মানুহে তাতেই বহি দুই-এটা অতিৰিক্ত মাছ বেচি ঘৰলৈ ওভতে। ৰাতিপুৱাৰ লগে লগে কেইজনমান দেচোৱালীয়ে তাতে জুই জ্বলাই পকোৱা ভাজি বাকচত সুমুৱাই লৈ ঘণ্টা বজাই গুচি

যায়। আবেলি হ'লে চিমেণ্ট-ইটা কঢ়িওৱ, তিৰোতা কিছুমানে পৰস্পৰে পৰস্পৰৰ ওকণি চায়।

অকল সেয়ে নহয়। ৰাতিপুৱা ন বজাৰপৰা সন্ধিয়ালৈকে এই খালী ঠাইখিনি এটা ৰঙ্গমঞ্চত পৰিণত হয়। হৰেক ৰকমৰ পোচাক, হৰেক ৰকমৰ খেল, হৰেক ৰকমৰ মানুহ। সাপধৰা মানুহে সাপ দেখুৱায়—মানুহৰ ভিৰ হয়। বান্দৰ নচুওৱা মানুহে বান্দৰ নচুৱায়—আকৌ ভিৰ হয়। মৰা মানুহৰ মূৰৰ খোলা আৰু হাড় লৈ যাদুকৰ আহে, মানুহে জুমুৰি দি ধৰে। ঋতু পৰিবৰ্তনৰ লগে লগে, বেলেগ বেলেগ সম্ভাৰ লৈ, বেলেগ বেলেগ দেশৰ মানুহ আহি থাকে, গৈ থাকে। বেডানা, আখ্‌ৰুট, আঙ্গুৰ, খেজুৰ আদি লৈ কাবুলীৱালাও আহে। সিহঁতেও খন্তেক কেতিয়াবা আহি মানুহৰ ভিৰৰ মাজতো কিবাকিবি বিক্ৰী কৰি যায়গৈ।

ৰাতি হ'লে মানুহবিলাক আঁতৰি পৰে। খালী ঠাইখিনিৰ দুয়ো ফালৰ তিনিমহলীয়া ঘৰবোৰত নানা প্ৰকাৰৰ লাইট জ্বলি উঠে। ক'ৰবাত নিঅ'ন লাইট, কাৰবাৰ গেটত মাৰ্কাৰী লাইট, কাৰোবাৰ বহা কোঠাত মৃদু নীলা লাইট, কাৰোবাৰ শোৱা কোঠাত কোমল ৰঙা লাইট,—যেন অন্ত নাই। খিৰিকীৰ দীঘল চাঠ পৰ্দাবোৰ, আধাখিনি আগুৰা পাতল ফিৰ্‌ফিৰীয়া পৰ্দাবোৰ, দুৱাৰৰ পৰ্দাবোৰ, আটাইবোৰে ফেনৰ বতাহত লৰি থাকে। বাহিৰৰ পৰা চালে ধাৰণা হয়, যেন ঢৌ খেলি আছে। কোচাল নোহোৱা, ধুনীয়া ঘৰবোৰৰ, ধুনীয়া মানুহবোৰৰ গাত নিশাৰ কোমলতা নামি আহে।

দুয়ো কাষৰ ঘৰৰ পৰ্দাৰ ফাঁকেদি অহা পোহৰখিনি খালী ঠাইখিনিৰ অ'ত-ত'ত পৰি নানা ৰকমৰ মূৰ্ত্তিৰ সৃষ্টি কৰে, আৰু সেই অশৰীৰী পোহৰৰ নিস্তেজ উমবিলাকৰ মাজত শুই পৰেহি গৰু, ছাগলী আৰু কুকুৰ। ছাগলীয়ে ঘাঁহ পাগুলিয়ায়, গৰুৱে ঘাঁহ পাগুলিয়ায় আৰু চকু মুদি থাকে। কুকুৰ কেইটাই গা চেলেকে, চাৰি-পাঁচবাৰ নিজৰ ঠাইখিনিতে প্ৰদক্ষিণ কৰে, আৰু পাছ ঠেং

ভুখনৰ মাজত পেটৰ ওপৰত মুৰটো পেলাই চকু মুদে। ৰাতি যেতিয়া অকণমান বাঢ়ে, তেতিয়া ক'ৰবাৰ পৰা চাৰিটামান ঘোঁৰা আহে। অহাৰ সময়ত সিহঁতৰ খুৰাত লগোৱা লোৰ পাতবিলাকে ৰাস্তাৰ শিলৰ ওপৰত নাচোনৰ শব্দ কৰি আহে, যেন কথক-নৃত্যৰ আৰম্ভণি। সিহঁতে কুকুৰ, গৰু, ছাগলী কালৈকো ভ্ৰূক্ষেপ নকৰি সিহঁতৰ নিৰ্দিষ্ট কোণ এটালৈ গৈ থিয়ৈ থিয়ৈ বিশ্ৰাম কৰে। দুই-এটাই দুষ্টালি কৰি সন্মুখৰ ঘোঁৰাটোৰ নেজৰ গুৰিত নিজৰ মুখখন থৈ দিয়ে। সেয়া পশু সমাজৰ নৈশ-ক্লাব। সিহঁতৰ বিশ্ৰামালাপ সিহঁতৰ স্বজাতিৰ জীৱন মাধ্যমত ওৰে ৰাতি চলি থাকে।

কেইদিনমান হ'ল তালৈ বাবাজী এজন আহিছে। ৰাতিপুৱা হ'লে তেওঁ সিফালৰ ঘৰটোৰ ওচৰত বহে। প্ৰায় এক বজালৈ সিফালৰ ঘৰৰ ছাঁখিনি তেওঁ পায়। আবেলি তিনি বজাৰ পৰা তেওঁ ইন্দ্ৰজিৎহঁতৰ ঘৰৰ ওচৰত বহে, কাৰণ ইফালৰ ঘৰৰ ছাঁখিনি তেতিয়া তেওঁ সন্ধিয়ালৈ নিৰ্বিঘ্নে পাব পাৰে। তেওঁৰ ওচৰত মানুহৰ সমাগম ভালেই হয়। গৈ পালেই, আধুলি এটা দিলে একপ্ৰকাৰ নাম ভক্তি হয়। তাৰ পাছত জীৱনৰ নানা সমস্যাৰ কথা শুনি বাবাজীয়ে উত্তৰ পৰামৰ্শ আদি দিয়াৰ পাছত তেওঁ দক্ষিণা লয়। দুটকাৰ পৰা আৰম্ভ কৰি দহ টকালৈ মানুহৰ শক্তি অনুসৰি তেওঁৰ দক্ষিণা হয়। ইজনৰ পিছত সিজনকৈ তেওঁৰ ওচৰলৈ দিনটো মানুহ আহি থাকে। প্ৰচাৰ হৈ গ'ল যে তেওঁ মানুহৰ ভূত-ভৱিষ্যৎ কৈ দিব পাৰে।

এদিন ৰাতিপুৱা ইন্দ্ৰজিতৰ মাক তেওঁৰ ওচৰলৈ গৈছিল। তেওঁ ভক্তিভাৱে আধুলি এটা দি সেৱা জনাই মুৰটো দাঙি বাবাজীলৈ চোৱা মাত্ৰকে কোনো প্ৰশ্নৰ বাবে অপেক্ষা নকৰি বাবাজীয়ে নিজে ক'লে,—

মাইজী, পাঁচ বছৰ হ'বলৈ আৰু এমাহ আছে, মাইজীৰ স্বামী দেহত্যাগ কৰিলে।

ইন্দ্ৰজিতৰ মাকৰ বিস্ময়ৰ সীমা নাইকিয়া হ'ল। সঁচাতো,

একেবাবে হুবহু মিলি গৈছে। তেওঁ কিবা ক'বলৈ মুখ মেলিবলৈ নৌপাওঁতেই আকৌ বাবাজীয়ে ক'বলৈ আৰম্ভ কৰিলে,—

মাইজী, আমাৰ কোনো শত্ৰু নাই। কিন্তু য'তে ধন, ত'তে শত্ৰু। আপোনাৰ নিজৰ আত্মীয়ৰ ভিতৰতে এনে মানুহ আছে, যি আজি দহ বছৰ কাল ধৰি আপোনাৰ অজ্ঞাতে আপোনাক অন্যায় কৰি আছে। আজিৰ পৰা ন বছৰ আঠ দিনৰ আগত, ঠিক ন বছৰ আঠ দিন মাইজী, আপোনাৰ স্বামীৰ হঠাৎ ভয়ানক জ্বৰ উঠে। ডাক্তৰ কবিৰাজ কত কি! তাৰ পাছত আপুনি গৈ মন্দিৰত ঘিউৰ চাকি দিলে আৰু আপোনাৰ স্বামী আৰোগ্যৰ পথলৈ আহিল।

ইন্দ্ৰজিতৰ মাকৰ মনত পৰে, হয় এবাৰ জ্বৰ হৈছিলে হয়। কিজানি ন বছৰ আঠ দিনেই হ'ব। ঠিক, ন বছৰ আঠ দিনেইতো। তেওঁৰ ইচ্ছা হয় যেন তেওঁ বাবাজীৰ ভৰি চুই সেৱা এটি কৰি তেওঁক মনৰ প্ৰশ্নটোৰ কথা ক'ব। এইবাৰো কিন্তু বাবাজীক তেওঁ মুখেৰে একো ক'বলগা ন'হল। বাবাজীয়ে নিজে অলপ সময় চকু মুদি ধ্যানস্থ হৈ থাকি মাত লগালে,—

মাইজী, আপোনাৰ মনৰ কথা মই জানো। কিন্তু প্ৰশ্ন কৰাৰ দৰ্কাৰ নাই। যাৰ বিষয়ে আপুনি মোক ক'বলৈ আহিছে—তেওঁৰ দুখ মনৰে হওক বা দেহৰেই হওক, অশান্তিৰ কথাই হওক বা আকাঙ্ক্ষাৰ কথাই হওক, তেওঁ নিজেই মোৰ ওচৰলৈ আহি মনৰ কথা ব্যক্ত কৰা উচিত হ'ব। তাৰ পাছত প্ৰতিকাৰৰ কথা মই ভগবানৰ ওচৰত নিবেদন কৰিম।

কুৰি দহ টকা দক্ষিণা দি ইন্দ্ৰজিতৰ মাক তন্ময় হৈ ঘৰলৈ উভতিল। দৰাচলতে তেওঁ ইমান মুগ্ধ হৈ গৈছিল যে তেওঁ টকা পঞ্চাশটা বাবাজীলৈ আগবঢ়াইছিল; কিন্তু বাবাজীয়ে হাঁহি মাৰি চল্লিশ টকা তেওঁক ঘূৰাই দিলে। বাবাজীৰ ধনৰ প্ৰতি লোভ নাই। দেৱতাক উদ্দেশ্যে দক্ষিণা গ্ৰহণ কৰা বেলেগ কথা।

মুখ্য কথা হ'ল বাবাজীৰ লগত বোৱাৰীয়েকৰ সাক্ষাৎ কৰাই দিয়া। তাৰকনাথে প্ৰস্তাৱটো শলাগিলে। কোনোবাই অকণমান সহায় কৰিলে, গীতালীয়ে ঘৰৰ ভিতৰৰ পৰা লাহে লাহে আহি সম্মুখৰ বাৰান্দাখনত বহিব পাৰিব। কাৰণ যোৱা নিশাৰ পৰা গীতালী বহুত ভালকৈ আছিছে। যদিও নিশা এবাৰ মূৰ্চ্ছা গৈছিল, তাইৰ হাত-ভৰি, মুখত কোনো মোড় ধৰা নাই। তাৰ বাহিৰেও দুই-এখোজ কাঢ়িলে, কোঠাটোৰ বাহিৰখন দেখিলে, তাইৰ মনৰ বিশ্বাস আৰু সাহস বাঢ়ি আহিব। কিন্তু বাবাজীয়ে যদি নৰীয়া টান বুলি কৈ তাইক ভয় খুৱাই দিয়ে—তেনে বিপদ বাঢ়িব। কিন্তু বাবাজীসকল প্ৰায়ে বুধিয়ক আৰু বিবেচক মানুহ। গতিকে তাৰকনাথে সম্মতি দিলে।

বেলি যেতিয়া পৰি আহিল, ৰ'দৰ তাপ যেতিয়া কমি আহিল, তেতিয়া নাৰ্স আৰু তাৰকনাথৰ সহায়ত গীতালী আহি খোলা বাৰান্দাখনত বহিল। সেই ঠাইখিনিৰ পৰা তেনেই ওচৰতে মুকলি ঠাইখিনি। তাৰ পাছত তিনিমহলাৰ ঘৰটো। গীতালীৰ ভাল লাগে। কিমানদিন যে তাই বাহিৰৰ আকাশ দেখা নাই, বাহিৰৰ ফুল-বন দেখা নাই, মানুহৰ ভিৰ দেখা নাই। তাই ভাবে, মানুহৰ ভিৰ যেতিয়া কমিব, সন্ধিয়াৰ এন্ধাৰ যেতিয়া নামি আহিব, তেতিয়া তাই সেই খোলা ঠাইখিনিতে অকণমান খোজ কাঢ়িব। লগত এজন থাকিলে তাই পাৰিব। এতিয়া বহুত মানুহ। মাৰি এডালত ৰং-বিৰঙৰ ফিটাবোৰ ওলোমাই লৈ কোনোবা এজনে বিক্ৰী কৰিছে মূৰৰ ফিটা, কাপোৰ মেলি দিয়া ক্লিপ্, চোলাত মৰা পিন্। আন এজনে আকৌ চিঞৰি আছে—এটকাৰ ফাউন্‌টেইন পেন্। আন এঠাইত বিক্ৰী কৰিছে—মুজা, ৰুমাল, পেটিকোটৰ ফিটা।

চাই বেয়া নেলাগে। খদ্দেৰৰ কাৰণে বেপাৰী আছে, খৰিদ্দাৰ আছে। খদ্দেৰৰ কাৰণে কিনা-বেচা চলে; আৰু তাৰ পাছত নিজৰ নিজৰ ঠাইলৈ আটাইবোৰ গুচি যায়।

বাবাজীৰ কোনো অসুবিধা নহয়। মানুহ বেছি হোৱা মানেই সমস্যা বেছি হোৱা। মানুহৰ অধিকাংশ সমস্যাই সমাধানাতীত। গতিকে বাবাজীৰ আশ্ৰয়ৰ, পৰামৰ্শৰ প্ৰয়োজন। সেইবাবে কোঢ়ালৰ মাজত, ডম্বৰুৰ ডুগ ডুগ্ শব্দৰ মাজত, বাবাজীয়ে মানুহৰ সমস্যাবোৰ মনোযোগেৰে শুনে, তন্দ্ৰাবিষ্ট হৈ সমাধানৰ উপায় চিন্তে, আৰু পৰামৰ্শ দিয়ে।

নাৰ্গ আৰু শাহুৰেকৰ ওচৰত গীতালীক থৈ তাৰকনাথে অলপ আঁতৰত ঘূৰি থাকে। অলপ নিলগতে তিনিমহলীয়া ঘৰটোৰ ওচৰত বান্দৰ নচুৱাইছে। আৰু ঘৰটোৰ প্ৰায় পিৰালিৰে পৰা সেইখিনি ঠাই জুৰি মানুহে ভৰি পৰিছে, তাত আৰু সান্ধ নাই। ঘৰটোৰ বেলকনিৰ পৰা ল'ৰা-ছোৱালীয়ে জুমি জুমি তললৈ চাইছে। বান্দৰ খেলটো মনোৰঞ্জক হৈ উঠিছে নিঃসন্দেহ।

তাৰকনাথে এখোজ-দুখোজকৈ দূৰলৈ গৈ থাকে। ইন্দ্ৰজিৎহঁতৰ বাৰীখন ডাঙৰ। সিহঁতৰ বাৰীৰ পাছতেই প্ৰায় সিহঁতৰ সীমা চুই আছে এটা অকণমান মন্দিৰ। ৰাতি হ'লে মন্দিৰৰ মজিয়াত আৰু খটখটীত কিছুমান বিহাৰী কাম কৰা মানুহ শুই থাকে। ডাঙৰ বটগছ এজোপাৰ তলতে সৰু মন্দিৰটো। ইন্দ্ৰজিৎহঁতৰ মাটিৰ সীমাত আছে দুজোপা আমগছ। তাৰকনাথে গৈ আমগছ এজোপাৰ তলত থিয় দিয়েই পাছফাললৈ ঘূৰি চায়। তাক কোনোবাই মাতিছে। আনফালে তেতিয়াও দিনৰ পোহৰ আছে যদিও, গছ কেইজোপাৰ তলত পোহৰ কমি আহিছে।

হঠাৎ তাৰ কি ইচ্ছা হয় সি কাণৰ কুটা দুটাত দুটা আঙুলি সুমুৱাই দি কাণ দুখন বন্ধ কৰি শুনিবলৈ চেষ্টা কৰে। সি শুনি পায়, হয় কোনোবাই তাক মাতিছে। তুলসীপাতৰ ওপৰত পৰি থকা নিয়ৰৰ টোপাল পাতবোৰে যেনেকৈ শুহি লয়, তাৰ দেহটোৱে তেনেকৈয়ে কাৰোবাৰ মাতবোৰ শুহি লয়। কাণেৰে নহয়, সমস্ত অঙ্গবোৰে কথাবোৰ শুনে। সেই ছোৱালীজনীলৈ

তাৰ মনত পৰে। ৰেল ষ্টেছনৰ পাছফালে লাইট নথকা লাইটপোষ্ট এটাৰ তলত থিয় দি তাই কৈছিল,—

ভাবি লোৱা, এয়া আম্রকুঞ্জ ; অর্থাৎ শাৰী শাৰী অপৰ্য্যাপ্ত আম গছ।

মই নোৱাৰিম। উকা লাইটপোষ্ট এটাক আম্রকুঞ্জ বুলি ভবাৰ অলৌকিক প্ৰতিভা মোৰ নাই,—তাৰকনাথে কৈছিল।

তাৰমানে তুমি প্ৰেমিক নোহোৱা ? তাই কৈছিল।

লাইটপোষ্টক আম্রকুঞ্জ বুলি ভ্ৰম কৰা প্ৰেমিকৰ কাহিনী মই কোনো কিতাপত পঢ়া নাই। কাৰো মুখত শুনাও নাই। তেনেকুৱা ভ্ৰম হোৱা মানুহৰ অন্য নাম আছে।

তাই আকৌ কৈছিল,—

কলৰব-মুখৰিত এটা ৰেল ষ্টেছন, উকা এটা লাইটপোষ্ট, ঘৰৰ পৰা পলাই অহা এজনী ছোৱালী, এই পৰিবেশ যদি তোমাৰ কমনীয় নহয়, প্ৰেমময় নহয়, তেনে তুমি বাৰু কি ? মোক তেনেহ'লে কিহৰ বাবে তোমাৰ ভাল লাগে ?

ৰ'বা, ৰ'বা, নক'বা,—তাই আকৌ ততালিকে কৈছিল।

মোক কিহৰ বাবে তোমাৰ ভাল লাগে, এই কথা এই পৰিবেশত নক'বা। এই কথা খেমেলীয়া কথা নহয়। ব'লা ইয়াৰ পৰা যাওঁ।

গৈ থাকোঁতে তাই সুধিছিল,

ডাঙৰ আয়নাৰ আগত থিয় হৈ তুমি নিজকে কেতিয়াও নোচোৱা ?

চাওঁ,—সি কৈছিল। কিন্তু যেতিয়াই মই ইচ্ছা কৰি চাওঁ বুলি নিজকে চাওঁ, তেতিয়া মই নিজকে যিমান দেখোঁ, তাতকৈ বহুত বেছি গুণ দেখা পাওঁ তোমাক। তোমাৰ কিবা এটা ৰূপ। ৰূপবোৰ যেন তোমাৰ দেহৰ ওপৰেদি ওপচি ওপচি গুচি আছে।

নিৰবে খোজ কাঢ়ি দুয়ো ৰেলৰ ষ্টেছন পাৰ হৈ, খেজুৰ গছ-বোৰৰ তলেদি, হ' মিলটোৰ ওচৰেদি, হোষ্টেলকেইটাৰ পাছফালেদি

গৈ টেলিফোন ভৱনৰ ওচৰত খন্তেক এনেয়ে থিয় দি আছিল। বহুত দূৰত দোকানৰ ওপৰত দিয়া নানা তৰহৰ লাইটবোৰে চিক্‌মিকাই আছিল। সিহঁতৰ ওচৰেদি ৰিক্সাবিলাক গৈ আছিল। কোনোবা চাহৰ দোকানৰ পিয়লাৰ শব্দবোৰ সিহঁতৰ কাণলৈ আহিছিল। আৰু সিহঁত দুয়ো খন্তেকপৰ নিৰবে এনেয়ে থিয় হৈ আছিল। তাৰ পাছত তাই কৈছিল,—

ওপঙি আহে? মোৰ ৰূপবোৰ মোৰ দেহৰ ওপৰেদি ওপঙি গৈ তোমাৰ আয়নাৰ ওপৰত পৰে? মোৰ ওচৰলৈ কিন্তু তোমাৰ ৰূপবোৰ নাহে। তুমি আহা। তোমাৰ গভীৰ চকুহাল, বহল বুকুখন, বিয়পি পৰা গতিময় কাঠিন্য, খেৎ,—নকওঁ। তলৰ ঘাঁহবোৰ তিতা নেকি? মোৰ শীতল লাগি আহিছে।

হঠাৎ দূৰৰ পৰা অহা তুমুল কোঢাল আৰু চিঞৰৰ শব্দত তাৰকনাথ চক্ খাই উঠিল। সি আমগছবিলাকৰ তলৰপৰা দৌৰি আহি ঘৰৰ ওচৰ পালে। বেলি পৰিছে, কিন্তু তেতিয়াও এন্ধাৰ হোৱা নাই। সি আহিয়েই দেখিলে বান্দৰ নাচ হোৱা ঠাইখিনিৰ ওচৰতে মানুহে ভিৰ কৰিছে। ভিৰৰ মাজত সোমাই মানুহক সুধি সি গম পালে যে বেলকনিৰ পৰা বান্দৰ খেল চাই থকা ল'ৰা এটা বেলকনিৰ পৰা তললৈ পৰি গৈছে। মানুহৰ ইমান ভিৰ আছিল যে সি মাটিত পৰাৰ আগতে মানুহৰ মূৰত কান্ধত বাহুত বাগৰি বাগৰি গ'ল। গতিকে হাতে-ভৰিয়ে অলপ দুখ পালে যদিও কোনো গুৰুতৰ আঘাত নাপালে। কিন্তু গুৰুতৰ অৱস্থা হ'ল আন ঠাইত। গীতালীয়ে দূৰৰ পৰা যেই দেখিলে যে ল'ৰাটো বেলকনিৰ পৰা পৰি গ'ল, তাই এটা বিৰাট বুকুফটা চিঞৰ মাৰিলে, আৰু তাৰ পাছত অজ্ঞান হৈ পৰি গ'ল। তাৰকনাথ যেতিয়া দৌৰি আহি তাইৰ ওচৰ পালে, তেতিয়া তাই মূৰ্চ্ছিতা। নাৰ্চে আৰু শাহুৱেকে তাইক বিচি দি আছে, আৰু মানুহে জুমুৰি দি ধৰিছে। তাৰকনাথে ততালিকে ল'ৰা এজনৰ সহায়ত গীতালীক ভিতৰলৈ

দাঙি নি বিছনাত শুৱাই থ'লে। চকুৰে-মুখে পানী দি কিছু সময় বিচি দিয়াৰ পাছত তাইৰ জ্ঞান ফিৰি আহিল।

ৰাতি ভাত খাই থাকোঁতে তাৰকনাথে ইন্দ্ৰজিতৰ মাকক ক'লে যে ইন্দ্ৰজিতলৈ যেনেতেনে টেলিগ্ৰাম এখন দিব লাগে। কাৰণ বোম্বে গৈ পোৱাৰ পাছত তাৰপৰা ঘূৰি অহাৰ তাৰিখ সম্বন্ধে সি আৰু কোনো খবৰ দিয়া নাই। ইন্দ্ৰজিৎ গৈ পোৱাৰ দহদিন এতিয়াও হোৱা নাই। কিন্তু তাৰ কাম বাকী থাকিলেও থাকক, সি ততালিকে ঘূৰি অহা নিতান্ত দৰ্কাৰ। আৰু তাৰকনাথ থাকিব নোৱাৰে।

ইন্দ্ৰজিতৰ মাকে বুজি পাইছিল যে বন্ধু মানুহকো শাস্তি দিয়াৰ এটা সীমা থকা উচিত। তাৰকনাথে যিমান কষ্ট সহ্য কৰিছে, অতি কম মানুহে কৰিলেহেঁতেন। তাৰ বাহিৰে ইন্দ্ৰজিৎ নিজে আহি তাৰ ঘৈণীয়েকক নাচালে, আন কোনে কিমান দিন আৰু তাইৰ ভাৰ ল'ব, আৰু ল'বই বা কি কাৰণে। এই বেমাৰ কিমানদিন চলিব, কোনে জানে ?

পৰীক্ষাৰ বাবে সাজু হ'বলৈ যিখিনি পঢ়াৰ দৰ্কাৰ, সেইখিনি পঢ়িবলৈ তাৰকনাথে সময় উলিয়াব পাৰে ; আৰু পঢ়িছেও। কিন্তু মনৰ দুশ্চিন্তাৰ মাজত ঠিকভাৱে মনোযোগ সি দিব পৰা নাই। আৰু ইন্দ্ৰজিৎ যদিও তাৰ পৰম বন্ধু, সি থাকি তাৰ বিশেষ কোনো উপকাৰো কৰিব পৰা নাই। গীতালীলৈ তাৰ বেয়া লাগে। কিহৰ বাবে গীতালীৰ এনেকুৱা অসুখ হ'ল সি ভাবিবলৈ খুব বেছি চেষ্টা নকৰে। ডাক্তৰী শাস্ত্ৰত নানা কাৰণৰ উল্লেখ কৰা আছে। জানি তাৰকনাথৰ কি লাভ। সি ইয়াৰ পৰা যাব লাগে, যিমান সোনকালে সম্ভৱ। সি লক্ষ্য কৰিছে আজি জ্ঞান ফিৰি অহাৰ পাছৰ পৰা গীতালী যেন বেছি দুৰ্ব্বল হৈ গৈছে। জ্বৰ এৰাৰ পাছত যেনেকুৱা এটা অৱসাদ আহে তেনেকুৱা যেন এটা অৱসাদ। আনহাতেদি কিবা এক প্ৰকাৰৰ অস্থিৰতা, একে সময়তে অৱসাদ আৰু অস্থিৰতা।

তাৰকনাথে আগৰদৰে যেতিয়া আহি তাইৰ ওচৰতে চকিখনত বহিল, তেতিয়া গীতালীয়ে আকুলভাৱে চাৰিওফালে কিবা বিচাৰি চাই আছিল। সি গাখীৰৰ গিলাছটো লৈ ক'লে,—

মুৰটো অকণমান দুৰাই লৈ গাখীৰকণ খাই দিয়াচোন বৌ।

আপত্তি নকৰাকৈ গাখীৰখিনি খাই তাই সুধিলে,—

তুমি যোৱাৰ কথা ভাবি আছা—নহয় জানো? উত্তৰ দিব নালাগে বাৰু! মই জানো। তোমাৰ অসম্ভৱ কষ্ট হৈছে তাকো জানো। কি কৰিম, মইতো তোমাৰ কষ্টৰ লাঘব কৰিব নোৱাৰোঁ, তাক বঢ়াব পাৰো। দিম বঢ়াই?

বৌ, তুমি কষ্টৰ কথা কিয় কোৱা? কেবাদিনো হ'ল, যোৱাৰ কথা মই ভাবিবই লাগিব। কিন্তু যোৱা মানে কষ্টৰ পৰা মুক্ত হ'বলৈ বিচৰা? মৰম কৰা মানুহক, মানুহে এৰি নাযায় জানো? ভালপোৱা মানুহক মানুহে বিদায় দিবলগীয়া নহয় জানো?

তাই কয়,—

আজি তুমি বহুত কথা কৈ থাকাচোন। বহুত নিশালৈ কথা কৈ থাকা। মই সদায়ে শুই আছোঁ; অন্ততঃ তুমি থকা এই দিম কেইটা মই শুইয়ে আছোঁ, কাৰণ তুমি উজাগৰে মোৰ ওচৰত বহি আছা। কিজানি তোমাৰ টোপনিবোৰো মোৰ গালৈ আহিছে। কোৱাচোন, মৰম কৰা মানুহবোৰৰ কথা, মৰম লগা বস্তুবোৰৰ কথা। হাজাৰ হাজাৰ বছৰৰ মানুহ-জীৱনৰ ইতিহাস যেনেকৈ আছে, তেনেকৈ হাজাৰ হাজাৰ বছৰৰ মনৰ ইতিহাসো আছে নিশ্চয়। কোৱাচোন।

মনৰ ইতিহাস বৌ? তাৰকনাথে কয়,—

মনৰ ইতিহাসতো নাজানো। মনন প্ৰসূৰ কথা আমি নাভাবোঁ, মনন-প্ৰসূতৰ কথা আমি ভাবোঁ। কাৰণ প্ৰথমটোৰ বেলিকা আমাৰ কোনো স্বাৰ্থ নাই, দ্বিতীয়টোৱে আমাৰ জীৱনৰ আহিলা যোগায়। কিয় বৌ, তোমাৰ কিয় এই কৌতূহল?

গীতালীয়ে ভাবে, আৰু কয়,—

ৰেল-জাহাজ, টেলিফোন, চিত্ৰ-নাট্য, সঙ্গীত, মটৰ গাড়ী, টেলিভিছন—এই আটাইবোৰ আমাৰ কামত লাগে। যি মনৰ প্ৰক্ৰিয়াই এই আটাইবোৰক জন্ম দিলে, সেই প্ৰক্ৰিয়াৰ কথা আমাৰ মনলৈ নাহে, কাৰণ তাৰ কোনো জৈৱিক প্ৰয়োজন নাই। কিন্তু কিয় জানো মোৰ জানিবলৈ ইচ্ছা হয় এই প্ৰক্ৰিয়াবোৰৰ কথা। তুমি মনৰ প্ৰক্ৰিয়াবোৰকে লৈ কাব্য নিলিখা কিয়? গল্প, উপন্যাস? জীৱনৰ ঘটনাবোৰ লৈ নহয়, মাত্ৰ শুদ্ধ জীৱন গতিটো লৈ। যেনে মই। বিছনাত শুই থকা এগৰাকী তিৰোতা মানুহ। মোৰ কোনো ঘটনা আৰু নাই। ঘটনা ঘটিব পৰা বাহিৰৰ জগতখন মোৰ বাবে নাটকীয় হৈ গৈছে। মোৰ আছে কেৱল এটা জীৱন গতি। এটা শুদ্ধ জীৱন-প্ৰবাহ। কিন্তু মোৰ মনৰ মাজত ঘটি থকা ঘটনাবোৰ? তুমি দেখা নোপোৱা, কোনেও দেখা নাপায়। দেখা নোপোৱা বাবে তুমি সেইবিলাক বৰ্ণাবলৈ চেষ্টা নকৰা; তাকে লৈ কাব্য ৰচনা নকৰা। কিন্তু কিয় নকৰা? আছেতো। তাৰ থকাটো কিমান বিশাল, কিমান বিস্তৃত। মনৰ প্ৰক্ৰিয়াৰ কথা, মনৰ ইতিহাসৰ কথা, মোৰ যে আজি মনত পৰিছে বোধহয় এইবাবে, যে মই কিবা উপায়ে মোৰ দেহটোকে ধৰি সমস্ত জগতখন বাদ দি অকলে ক'ৰবাত উৰি ফুৰিছোঁ। মই দেহহীন, কায়াহীন উকা এটি মন।

বৌ, এইবাৰ তুমি তোমাৰ উকা মনটো দেহৰ ভিতৰলৈ আনি শুই থাকা। মই কবি নহওঁ, কাব্য মই নিলিখোঁ। কোনোবা কবিয়ে কোনোবাদিন তোমাৰ উকা মনটোৰ কথা লিখিব। তাৰ কিবা এটা ৰূপ দিব। মই নোৱাৰোঁ।

তুমি তেনে মোৰ ওচৰতে বহা, গীতালীয়ে কয়,—

তুমি মোৰ দেহটোৰ কথা মনত পেলাই দিয়া মাত্ৰকে মোৰ ভোক লাগি গ'ল, কিবা খাবলৈ দিয়া।

তাৰকনাথে গীতালীৰ মুখটো আলফুলকৈ তুলি ধৰি চাবুচেৰে

তাইৰ মুখত খোৱা বস্তুখিনি দি থাকে। তাই খাই থাকি এবাৰ সুধিলে,—

তুমি বাৰু সঁচা কথা কোৱাচোন। মোৰ কি হৈছে। ডাক্তৰ-বিলাকে কি কয়? সচা কোৱাচোন। মই বলিয়া হৈছোঁ? গাটো মোৰ দুৰ্ব্বল মই গম পাওঁ। ঘৰৰ মানুহে নানা কথা কয়। ইন্দ্ৰজিতে কোনো কথা প্ৰকাশ কৰি নকয়। প্ৰকাশ কৰি নকয় কাৰণে মোৰ আৰু বেছি বেয়া লাগে। কি হৈছে মোৰ বাৰু?

তুমি যদি বেয়া নোপোৱা বৌ, তাৰকনাথে কয়,—

তুমি বেয়া নাপালে মইও তোমাক এই কথাটো সুধিম বুলি ভাবি আছিলোঁ। তুমিয়েই কোৱাচোন বৌ, তোমাৰ কি হৈছে।

মই জিতক এদিন সুধিছিলোঁ,—গীতালীয়ে কয়।

জিৎ, জন্ম দিয়াৰ ক্ষমতা মোৰ নাই?

গীতালীয়ে দুয়োখন হাতেৰে মুখখন ঢাকি কান্দে। তাই ফেকুৰি ফেকুৰি কান্দে। তাৰকনাথে বিছনাখনতে তাইৰ ওচৰত বহি তাইৰ মূৰটো পিটিকি দিয়ে। তাই কান্দি থাকে, সি বাধা নিদিয়ে। তাৰ পাছত চকুলোৰে ভৰা তাইৰ মুখখনৰ পৰা হাত দুখন আঁতৰাই তাই ওপৰলৈ চাই থাকে। বোধহয় তাই মূৰ্চ্ছা যাব, তাৰকনাথে ভাবে। আকৌ হাত ভৰি মুখ কোঁচ খাব, ডিঙিৰ সিৰবোৰ ফুলি উঠিব আৰু চকু দুটা বগা হৈ স্থিৰ হৈ যাব। কিন্তু একো নহ'ল। কেৱল উশাহবোৰ ঘন হ'বলৈ ধৰিলে। চকুৰপানীবোৰ মচি তাই ক'লে,—

তুমি কৈছিলা, দৰৱ খুওৱাকৈয়ে তুমি মোক শুৱাই থোৱা। অথচ আনবিলাকে কয়, নাৰ্সেও কয়, যে দৰৱ নিদিলে মোৰ এনে দুৰ্দ্দান্তৰূপ হয় যে মোক কোনেও ধৰি ৰাখিব নোৱাৰে। তুমি কি কৰা?

বৌ, মই তোমাক ধৰি ৰাখোঁ। ভৰিৰ পৰা মূৰলৈকে তোমাৰ গোটেইটো শৰীৰ কঁপি কঁপি জোকাৰি থাকে। কেৱল ভৰিত ধৰি

থাকিলে নহয়, বা মূৰত ধৰি থাকিলেই নহয়। সেইবাবে মই তোমাৰ গোটেই গাটো সাবটি ধৰি থাকোঁ। কিছুবেলিৰ পাছত তোমাৰ কঁপনি জোকাৰণি বন্ধ হয়, আৰু তুমি শুই যোৱা। এতিয়াতো তুমি প্ৰায় ভালেই হৈ গৈছা। আগৰদৰে কঁপনি জোকাৰণি আৰু নাই।

তেনেহ'লে, গীতালীয়ে কয়,—

তুমি তেনেহ'লে কঁপনি জোকাৰণি উঠিবলৈ দিয়াই বা কিয় ?

মই বুজি নাপালোঁ বো। মই কঁপনি উঠিবলৈ কেনেকৈ বন্ধ কৰিম ?

তুমিয়েইতো ক'লা, তুমি সাবটি ধৰিলে কঁপনি জোকাৰণি থামি যায়। তুমি চুই দিলেই যদি নোহোৱা হৈ যায়, কঁপনি উঠা পৰ্য্যন্ত তুমি বাট চাই থাকা কিয় ? কঁপনি উঠাৰ পাছত তুমি মোক সাবটি ধৰি তুমি নিজেও কষ্ট পোৱা, মোৰ যাতনাৰো প্ৰতিৰোধ নকৰা। তাৰ পৰিবৰ্ত্তে, আগৰে পৰা তুমি যদি মোক সাবটি ধৰি থাকা, কোনে জানে, হয়তো মোৰ টোপনি আহি যাব, হয়তো কঁপনি উঠাৰ সুযোগেই নহ'ব।

তাৰকনাথে কয়,—

বো, আজি তুমি বহুত কথা কৈছা। এইবাৰ শোৱা। টোপনি যাবলৈ চেষ্টা কৰা।

কি আচৰিত টিএন। গীতালীয়ে কয়,—

মোৰ মূৰ্চ্ছিত দেহটো সাবটি লৈ,—অচেতন অঙ্গবোৰৰ উন্মাদ আস্ফালন সহ্য কৰি তুমি গোটেই নিশা উজাগৰে কটাই দিব পাৰা, কিন্তু সজ্ঞানে থকা মোক তুমি সাবটি ল'ব নোৱাৰা। কিয় ? মই অপবিত্ৰ হৈ যাম ? বা, তুমি অপবিত্ৰ হ'বা ? মোৰ অসুখীয়া দেহটো লৈ তুমিতো উৎসৱ নকৰা। দেহৰ অসুখটো আভৰ কৰিবৰ অৰ্থেহে তুমি আহিবা। চাওঁ,—আহা।

সি বিছনাখনত বহিয়েই আছিল। জোৰ কৰি গীতালীয়ে

তাৰ মুৰটো গাকত পেলাই দি তাক সাবটি লয়। এবাৰ তাৰ ধাৰণা হয়, মূৰ্চ্ছিত অবস্থাত তাইৰ দাঁতবোৰত, আঙুলিবোৰত, হাতৰ মুঠিত আৰু ভৰিত যেনেকুৱা এটা দুৰ্জ্জয় শক্তি আহি পৰে, ঠিক তেনেকুৱা শক্তিৰে যেন তাই তাক খামুচি ধৰিছে। সি ভাবে, কিজানি আজি তাইৰ এয়া নতুন ধৰণৰ মূৰ্চ্ছা,—সেইবাবে তাইৰ গাত ইমান বল। আৰু নহ'লে আবেলিৰ আকস্মিক 'ছক্'টোৱে কিবা এটা প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে। সি তাইৰ চকু দুটালৈ চায়। আগৰদৰে চকু দুটা মেল খাই থকা নাই। তাই চকু মুদি আছে।

তাৰকনাথে গম পায়, তাইৰ ওঠ দুটা মৃদুভাৱে কঁপিছে। লাহেকৈ সি মাতে,—

বৌ। ও বৌ।

গীতালীয়ে নামাতে। তাই সোঁহাতখনত তাৰ পিঠিৰ ওপৰত দি তাক বেছি জোৰে টানি আনে। সি দেখা পায় তাইৰ মুখখনত বিন্দু বিন্দু ঘাম ওলাইছে, আৰু ওঠ দুটা মৃদুভাৱে কঁপিছে। তাৰ পাছত তাইৰ গোটেই গাতে কঁপনি উঠে। তাৰকনাথে তাইক সাবটি ধৰে। তাই গোটেইখিনি গাৰ বল দি তাৰ ভিতৰলৈ সোমাই আহে। তাইৰ শৰীৰটো যেন কোমল মাটি হৈ তাৰ গাত লিপিট খাই পৰিব। সি গম পায় তাইৰ পিঠিখনো অকণ অকণ ঘামিছে, আৰু তাইৰ উশাহবোৰ খৰ হৈ গৈছে। তাই মূৰ্চ্ছা গ'ল নেকি চাবৰ বাবে সি আকৌ এবাৰ মাতে,—

বৌ।

তাই কথা নকয়। তাইৰ কঁপনিবোৰ বাঢ়ে। ভৰিৰ আঙুলিৰ পৰা মূৰৰ চুলিলৈকে তাইৰ কঁপনি উঠে। খুব বেছি জ্বৰ উঠা মানুহৰ দৰে তাই কঁপিবলৈ ধৰে। সি তাইক জোৰেৰে সাবটি ধৰে। তাই হাতেৰে আৰু ভৰিৰে তাক সম্পূৰ্ণ আকোঁৱালি লয়। তাইৰ গৰম উশাহবোৰ তাৰ ডিঙিত লাগে। তাৰ পাছত

তাৰ বুকুত লাগে। তাইৰ গোটেই গাটো ঘামে আৰু তাৰ গাটোও তিতি যায়। তাইৰ উশাহবোৰ প্ৰায় স্পষ্টকৈ শুনা যায়। গাটোৰ দুৰ্ব্বল, কঁপনিত ঘামত তিতি থকা তাইৰ পাতল গাউনটো ফাটি চিটি বাগৰি পৰে, তাৰকনাথে অনুভব কৰে যেন তাৰ গাৰ ছাল ফাটি গৈছে। তাইৰ বুকুৰ টিপ্‌টিপনি-বোৰ তাৰ গাত লাগে। বহুত পৰ তেনেকৈ তাক গাৰ সমস্ত জোৰ দি আকোঁৱালি ধৰি থকাৰ পাছত, তাইৰ অসন্তৰ ভাগৰ লাগি যায়, আৰু এৰি দিয়ে। বাগৰ সলাই, অবশভাৱে পৰি থাকি তাই কয়,—

মোৰ ভাগৰ লাগিছে। মোৰ টোপনি আহি যাব। তুমি ইয়াৰ পৰা উঠি নাযাবা টিএন্। তুমি চাবা টিএন্, মই ভাল হৈ উঠিম।

---